# দুৱাৰডালৰ সময়

দেৱব্ৰত দাস






জ্যোতি প্ৰকাশন

যশোৱন্ত ৰোড : পাণবজাৰ

গুৱাহাটী-৭৮১০০১

**DUWARDOLIR SAMAY**

*A collection of three short Novels in Assamese written by shri Devabrata Das and published by Smti Ila Sarmah, on behalf of M/s. Jyoty Prakashan, Panbazar, Guwahati-781001. Price Rs. 25·00 Only.*

---

দুৱাৰডলিৰ সময়/দেবব্ৰত দাস

প্ৰকাশিকা / শ্ৰীমতী ইলা শৰ্মা ☐ জ্যোতি প্ৰকাশন
পাণবজাৰ ☐ গুৱাহাটী

প্ৰথম প্ৰকাশ / নৱেম্বৰ ঃ ১৯৯৩ চন।

প্ৰচ্ছদ / শ্ৰীচম্পক বৰবৰা

মূল্য ঃ ২৫·০০ টকা।

ছপা / শান্তনু প্ৰিণ্টাৰ্ছ ☐ কলিকতা-৬

চন্দন ( শৰ্মা ) পংকজ ( বৰুৱা ) আৰু মনীন ( বায়ন )

ইমান দিনৰ সান্নিধ্য, সাহচৰ্য,

উৎসাহ আদিৰ বাবে কৃতজ্ঞতা আৰু

মৰমেৰে এইখন কিতাপ তোমালোক

তিনিওলৈ সমানভাৱে। নামকেইটাৰ

ওপৰৰ আগ-পিছ বৰ্ণমালাৰ ক্ৰমানুসাৰি

বুজি পাইছাই চাগে—

—দেৱ দাদা

১৫ অক্টোবৰ, '৯৩

নগুলামুখত

## কৃতজ্ঞতাৰ আৰু আন আন কথাৰ এষাৰ-দুষাৰ

প্ৰস্তুত সংকলনখন তিনিখন উপন্যাসিকাৰ সমাহাৰ। উপন্যাসিকা কেইখনৰ দুখন নম্বৰ চনত লেখা। এখন একানম্বৈত। কেউখনতেই অসমৰ সমসাময়িক ইতিহাসৰ খেলিখেলিবোৰ বিভিন্নজনৰ ব্যক্তিগত সুখ-দুখ, প্ৰেম-ভালপোৱা, আশা-নিৰাশাৰ খতিয়ানৰ মাজেৰে প্ৰকাশ কৰাৰ চেষ্টা কৰা হৈছে। 'দুৰাৰভাঙিৰ সময়' উপন্যাসিকাখন এটা সঁচা ঘটনাৰ আলমত লেখা। ঘটনাটোত ভেজাদি মোৰ কল্পনাই উপন্যাসখনৰ মূল কথাখিনি আঁকি পেলাইছে। তাৰ লগত সঁচা ঘটনাৰ কোনো সাদৃশ্য নাই। এদিন ব্যক্তিগত কামত 'নতুন দৈনিক'-ৰ কাৰ্যালয়লৈ যাওঁতে সূৰ্য হাজৰিকাৰ লগত দেখা হয়। তেখেতৰ আগ্ৰহতেই লেখা উপন্যাসিকাখন নম্বৰ চনৰ পূজা সংখ্যা 'প্ৰতিধ্বনি'ত পোনতে প্ৰকাশ হয়।

'গোল এটা বৃত্ত আঁকা' প্ৰথমতে প্ৰকাশ হয় একে বছৰেৰে 'সাদিন'-ৰ পূজা সংখ্যাত। বহুত দিনৰ আগেয়ে বন্ধুবৰ সাগৰ সংগম সৰকাৰৰ (পুনেৰ পৰা চলচ্চিত্ৰ পৰিচালনাৰ ডিপ্লোমা প্ৰাপ্ত) আগ্ৰহত এটা চিনেমাৰ উপযোগী কাহিনী ভাৰি উলিয়াইছিলো। কাহিনীটো শুনাৰ পিছত সাগৰে ক'লে— কাহিনীটো ভালেই, পিচে ছবি কৰিব'লৈ হ'লে তাৰ বাজেট বহু বেছি হৈ যাব। সেই কাহিনীটোকে উপলক্ষ কৰি মোৰ আন এজন চলচ্চিত্ৰ ৰসিক বন্ধুৰ জীৱনক আধাৰ কৰি এই উপন্যাসিকাখন লেখি উলিয়াইছিলো। চৰিত্ৰটোহে বাস্তৱাশ্ৰয়ী আছিল। কিন্তু ঘটনাবোৰ সম্পূৰ্ণ কল্পনাপ্ৰসূত আছিল। পিছত জানিব পাৰিলো বন্ধুজনৰ জীৱনত ঘটি যোৱা কিছুমান ঘটনা মোৰ কল্পনাৰ সৈতে হুবহু মিলি গৈছে। সেইবাবেই হয়তো কয় 'Truth is stranger than fiction'.

খুব সম্ভৱ একানম্বৈৰ বিহু সংখ্যা 'বুধবাৰ'ৰ বাবে সম্পাদকে এখন উপন্যাসিকা বিচাৰিছিল। কিন্তু তাৰ আগেয়েই 'সাদিন'-ৰ বাবে আন এখন

উপন্যাসিকাৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হৈ আছোঁ। অতি কষ্টৰে ফেব্ৰুৱাৰীৰ মাজভাগমানলৈ এখন উপন্যাসিকা কোনোমতে লেখি উলিয়ালো। সেইখন 'সাদিন'-ৰ কাৰ্যালয়লৈ পঠিয়াই মই নাগিনীমৰাৰ পৰা গুৱাহাটীলৈ আহিলো 'বুধবাৰ'-ৰ সম্পাদকক মোৰ অক্ষমতাৰ কথা জনাবলৈ। কিন্তু—সম্পাদক পৰাগ কুমাৰ দাসৰ নেৰানেপেৰা আগ্ৰহৰ ফলত এসপ্তাহমানৰ ভিতৰত সম্পূৰ্ণ কল্পনা নিৰ্ভৰ ঘটনাৰে লেখি উলিয়ালো 'কল্পনা বাইদেউৰ গল্প'। উপন্যাসিকাখন ছপা হৈ উঠাৰ পিছত পাঠক-পাঠিকাৰ দ্বাৰা সমাদৃতও হ'ল। মোৰ দুজনী বাইদেউৱে কল্পনা বাইদেউজনীক তেওঁলোকৰ ব্যক্তিত্বৰ ওপৰতেই ভিত্তি কৰি আঁকি উলিওৱা চৰিত্ৰ বুলিও অনুমান কৰিলে। কিন্তু, মইহে জানো কল্পনা বাইদেউজনী আন কোনো নহয়, মোৰেই কল্পনা।!

সৰ্বশ্ৰী সূৰ্য হাজৰিকা, অজিত কুমাৰ ভূঞা আৰু পৰাগ কুমাৰ দাসৰ আগ্ৰহত লেখা এই কেউখন উপন্যাসিকা কিতাপাকাৰে উলিয়াবলৈ গাত ললে জ্যোতি প্ৰকাশনে। যোঁগাযোগত সহায় কৰি দিলে যোৰহাটৰ অধ্যাপক শ্ৰীপ্ৰকাশ গোস্বামীয়ে। বেটুপাতটো আঁকি দিলে অনুজ প্ৰতিম শিল্পী শ্ৰীদীপক বৰবৰাই। 'দুৱাৰডলিৰ সময়' ছপা হোৱা 'প্ৰতিধ্বনি'-ৰ কপিটো এজন প্ৰকাশকে ছপাম বুলি লৈ গৈ ওভতাই নিদিলে। শেষত প্ৰতিধ্বনিৰ সহযোগী সম্পাদক সুশিল্পী, সুকবি শ্ৰীৰমেন্দ্ৰ নাৰায়ণ জোৱাৰদাৰে নিজৰ কপিটোকে উপহাৰ দি বৰ উপকাৰ সহায় কৰিলে। এই সকলোলৈকে মোৰ হিয়াভৰা ধন্যবাদ জ্ঞাপন কৰিলো।

সংকলনটোৱে পাঠক-পাঠিকা, সমালোচক, সাহিত্যানুৰাগীৰ কৃপাদৃষ্টি পালে নিজকে কৃতাৰ্থ বোধ কৰিম।

বি. এন. দাস লেন
আমবাৰী
গুৱাহাটী—১

—দেৱব্ৰত দাস

ইয়াত আছে ঃ


- দ.ৱাৰডলিৰ সময় / ১ পৃঃ
- গোল এটা বৃত্ত আঁকা / ৪৪ পৃঃ
- কল্পনা বাইদেউৰ গল্প / ৯৩ পৃঃ

মুই যোৰহাটৰ পৰা উজনি অসমৰ খবৰ-বাতৰিবোৰ গুৱাহাটীৰ যিখন বাতৰি কাকতলৈ পঠিয়াই থাকো তাৰ সম্পাদকৰ অফিচত বহি আড্ডা মাৰি আছিলো। কাকতৰেই কৰ্মচাৰী এজনক মোৰ বাবে যোৰহাটলৈ এটা বাছৰ টিকেট কাটিবলৈ পঠিয়াই দিয়া হৈছে। কৰ্মচাৰীজন উভতি অহালৈকে বাট চাই আছো।

এনেতে সোমাই আহিল মানুহজন। পিন্ধি থকা চোলা আৰু পেণ্টত অবিন্যস্ততাৰ ছাপ। চুলিখিনিত বেছ কেইদিনমান তেল পানী পৰা নাই যেন লাগে ফণিওৱাও নাই কিজানি। মুখখন তেনেই শুকান। চকুৰ তলত ক'লা দাগে ৰাতি টোপনি কম হোৱাৰ লক্ষণ সূচায়। গালে থুতৰিয়ে কেবাদিনো নকটা ক'লা দাড়ি। মানুহজন কোঠাত সোমায়েই সম্পাদকজনক নমস্কাৰ জনালে আৰু কাগজপত্ৰ কিছুমান আগবঢ়াই দিলে। সম্পাদকে কাগজপত্ৰখিনি গ্ৰহণ কৰি তেখেতক বহিবলৈ কলে। মানুহজন বহিল। তেখেতৰ কপালত, ডিঙিত জিলিকা ঘামৰ বিন্দুবোৰ ওপৰৰ ফেনখনে টুকি ল'ব ধৰিছে। তেওঁৰ চোলাৰ জেপত মই ৰুমাল এখন দেখিছো। কিন্তু মানুহজনে ৰুমাল উলিয়াই ডিঙি মুখ মোহাৰি লোৱাৰ কথা ভবা নাই। উদ্‌গ্ৰীৱতাৰে চকীখনৰ সমুখৰ পিনে বহি আগলৈ হাউলি সম্পাদকজনে কি কয় শুনিবলৈ বৈ আছে।

—অ' কওঁকচোন বাবু—আমি কি কৰিব পাৰো ?

হাতৰ কাগজপত্ৰখিনি সামৰি সম্পাদকজনে সুধিলে। মানুহজনে লগে লগে উত্তৰ দিলে—চাওকচোন বাবু ইমান ডাঙৰ

অবিচাৰ এটা—ফুলকুমলীয়া উনৈছ-কুৰি বছৰীয়া ল'ৰা এজনক কোনোবাই হোষ্টেলৰ পৰা মাতি লৈ গৈ মাৰি পেলালে। লাচটো পোৱা গ'ল দুমাইল দূৰৰ পুখুৰী এটাত। ইমান দিন পাৰ হৈ গ'ল এতিয়ালৈকে একো সূংসূত্ৰ নাই। তদন্তৰ কোনো পৰিণাম নাই।

—প্ৰায় ডেৰমাহ মানেই হ'ল নহয় জানো ?—সম্পাদকে সুধিলে। মই কৌতুহল নিবাৰণৰ বাবে সুধি পেলালো—

—অ' সেই ডিব্ৰুগড়ৰ কেচটো—নহয় জানো ? আপোনাৰেই ল'ৰা নেকি ?

মানুহজনে মোৰ পিনে চাই মূৰ দুপিয়ালে—হয়। মোৰেই ল'ৰা।

মই ওলোটাই সুধিলো—কেলেই আমাৰ Paper-অত কাভাৰ কৰা হৈছে নহয় খবৰটো ?

—হয়। ওলাইছে খবৰটো। কিন্তু এতিয়ালৈকে কেচটোৰ মীমাংসা কৰিব পৰা নাই কিয় পুলিছে ? মই নিজে গৈ এচ পিক লগ ধৰিছো। ডি আই জি লৈ দৰ্খাস্ত দিছো। কিন্তু একো নকয়চোন কোনেও। জানি-বুজি যেন Case টো পেলাই ৰাখিছে।

—কাকো গ্ৰেপ্তাৰ কৰা নাই নে ?

—নাই। দুজনমানক কুৱেশ্চানিঙৰ বাবে থানালৈ মাতি নিছিল। কিন্তু ক'ৰবাৰ পৰা ফোন পোৱাত ল'ৰা কেইজনক লগে লগে এৰি দিয়ে।

—এচ পিয়ে কি কয় ?

—কি ক'ব আৰু ? ধৈৰ্য্য ধৰক—সময়ত কিবা এটা মীমাংসা হ'ব।

সম্পাদকে এইবাৰ সুধিলে। —কওকচোন আমাৰ পৰা কি ধৰণৰ সহায় বিচাৰিছে ?

—আপোনালোকে আকৌ এবাৰ কেচটোৰ কথা লিখকচোন। পুলিচে কেচটো মিটমাট কৰাত কেলেই এনেকৈ হেমাহি কৰিছে? মোৰ দৰ্খাস্ত আবেদনবোৰৰ কপিখিনি দি-ছোৱেই। মই ভাবিছো আকৌ এবাৰ ডিব্ৰুগড়লৈ যাওঁ। মোৰ পুৰা বিশ্বাস পুলিচে আচল হত্যাকাৰী কোন ভালকৈ জানে। জানি শুনি সিহঁতক বচাবলৈ নিষ্ক্ৰিয় হৈ আছে। আপোনালোকে অলপ ষ্ট্ৰংলি লিখকচোন। কেলেই ইমানদিনে পুলিচে কাকো গ্ৰেপ্তাৰ কৰা নাই? বাতৰি কাকতত ওলালে জানোচা পুলিচে কাম-কাজ কৰি দেখুৱায়েই বা—। কওকচোন বাবু? এইটো এটা কম ডাঙৰ অবিচাৰ নে? এজন পিতৃৰ একমাত্ৰ ল'ৰাজনক ৰাতি এন্ধাৰত টানি লৈ গৈ নিৰ্মমভাৱে হত্যা কৰা হ'ল—অথচ তাৰ কোনো বাচ-বিচাৰ ন'হল—হত্যাকাৰী বুকু ফিন্দাই ৰাজপথত নিৰ্ভয়ে ঘুৰি ফুৰিব পৰা হ'ল—আৰ্নাপনে এই বুঢ়া বাপেকৰ জীৱনৰ শেষ আশাকণো নাইকিয়া হৈ গ'ল। কেনে চাব মোক, ইয়াৰ পিছত?

মানুহজনৰ কণ্ঠ থোকাথুকি হৈ পৰিল। চকুৰ কোণত বিৰিবিঙ উঠিল দুটোপাল লোতক। মই আৰু সম্পাদক দুয়োজনেই পুত্ৰহাৰা দুৰ্ভগীয়া বাপেকজনক প্ৰকৃতিস্থ কৰিবলৈ, তেওঁক আশ্বস্ত কৰিবলৈ আমাৰ পৰা সকলো ধৰণৰ সহায় কৰাৰ আশ্বাস যাচি শান্ত কৰিবলৈ ব্যতিব্যস্ত হৈ পৰিলো।

মানুহজনে আমাৰ স্তোকবাক্যত প্ৰবোধ পালেনে নাই ক'ব নোৱাৰো। কিছু পৰৰ পিছত তেখেতে আমাৰ পৰা বিদায় লৈ উঠি গ'ল। কাইলৈ তেওঁ দিনৰ বাছত আকৌ এবাৰ ডিব্ৰুগড়লৈ যাব বুলি কৈ থৈ গ'ল। আকৌ এবাৰ তেওঁ গৈ পুতেকৰ অপমৃত্যুৰ বাবে দোষী হত্যাকাৰীক বিচাৰি উলিয়াবলৈ থানা পুলিচ জিলাধিকাৰীৰ সমুখত মিনতি কৰিবগৈ। মানুহজন যোৱাৰ পিছত সম্পাদকে মোৰ পিনে চাই সুধিলে—পুলিচৰ এই

কেচটোত দেখুওৱা হেমাহিখিনি ইচ্ছাকৃত নেকি ? আপুনি কিবা জানেনে এই বিষয়ে ?

—ঘটনাটো ঘটাৰ পিছত এবাৰ গৈছিলো ডিব্ৰুগড়লৈ—খা-খবৰ বিচাৰি। আত্মহত্যা নহয়—হত্যাকাণ্ডই। কিন্তু কোনেও সঠিককৈ ক'ব নোৱাৰিলে কোনে এই অপকৰ্মটো কৰিলে। জানেইতো দেশৰ অৱস্থা ! কোনে কাক ক'ত মাৰিছে একো ঠিক ঠিকনা নাইকিয়া হৈছে। উনানব্বৈ চনৰ শেহৰে পৰা অসমত উগ্ৰপন্থী দলবোৰৰ কাম-কাজ ইমান বেছিকৈ বাঢ়িছে—আপুনি অসমীয়া জাতীয়তাবাদী উগ্ৰপন্থীয়ে বোলক, বড়ো উগ্ৰপন্থীয়ে বোলক, আন জনজাতিৰ সংগঠনকে বোলক কোনে ক'ত কি কৰি ফুৰিছে তাৰ ঠিকচাপ নাই। ক'ত ব'ম ফুটাইছে, কাক কিডনেপ কৰিছে, ক'ত দিন দুপৰতে অস্ত্ৰশস্ত্ৰ শিক্ষা দিছে, কিমানৰ পৰা হেজাৰ হেজাৰ চান্দা লৈছে। স্থান বিশেষে এনে উগ্ৰপন্থী দলবোৰে ৰাইজৰো সমৰ্থন লাভ কৰিছে, নানা সমাজ সুধাৰক কাম-কাজ কৰি। এনে সমৰ্থন অথবা ৰাজনৈতিক ভিতৰুৱা আপডালৰ বাবেই নেকি পুলিচ সুৰক্ষা বাহিনীও নিমাত। চকুৰ সন্মুখতে ঘটনা দুৰ্ঘটনা ঘটিলেও নিষ্ক্ৰিয় হৈ বহি থাকে। যেনে এই মানুহজনৰ পুতেকৰ হত্যাকাণ্ডটো—

সম্পাদকজনে মোৰ এই দীঘলীয়া ভাষণটো ধৈৰ্যৰে শুনি উঠি মোক সুধিলে—আপুনি সঁচাই এই হত্যাকাণ্ডটোৰ বিষয়ে একো শুংসূত্ৰ বিচাৰি নেপালেনে ?

মই যথেষ্ট চেষ্টা কৰিছিলো ঘটনাটোৰ ৰহস্যটো ভেদ কৰিবলৈ। কিন্তু কোনেও পজিটিভলি ক'ব নোৱাৰে কোন কালপ্ৰিট। কোনোবাই কয় এইটো দলে মাৰিছে, কোনোবাই কয় আনটো দলে মাৰিছে, আকৌ কাৰোবাৰ মতে আচলতে পুলিচেই হ'ল হত্যাকাৰী। ল'ৰাটো পিছে বেছ চোকা ল'ৰা আছিলহেনো। গানবাজনাটো ৰাপ আছিল। বাপেকজনৰ কাৰণেহে দুখ লাগে—এজনেই পুতেক হেনো।

খ্ৰি ন' ট্ৰাম্প্‌চ
—ফ'ৰ ক্লাব্‌চ
—ফ'ৰ ন' ট্ৰাম্প্‌চ
—ফাইভ ক্লাব্‌চ
—ফাইভ ন' ট্ৰাম্প্‌চ
—চিক্‌চ্‌ ক্লাব্‌চ
—ন' বিড
—ন' বিড

সুৰেশে এই মুহূৰ্তৰ বাবেই অপেক্ষা কৰি আছিল। মেধিয়ে কেতিয়া বিড্‌ কৰিবলৈ এৰে। সুৰেশে এবাৰো মেধিৰ ক্লাব কলত সমৰ্থন জনোৱা নাই। তথাপি কেৱলমাত্ৰ নিজৰ তেৰখিলা তাচত থকা ক্লাব্‌চৰ ছখন-সাতখন তাচৰ ওপৰত ওপৰলৈ গৈ আছে। ইপিনে প্ৰতিদ্বন্দ্বী শইকীয়া আৰু হাজৰিকাৰ ন'ট্ৰাম্প কল। অৰ্থাৎ সিহঁত দুয়োৰে হাতত ক্লাবৰ এখন দুখন ডাঙৰ তাচ আৰু বাদবাকী ৰঙৰ গোটেইবোৰ ডাঙৰ তাচ আছে। সুৰেশৰ নিজৰ হাতত ডায়মণ্ডৰ এটা ৰজা আৰু বাকীবোৰত এটাও পইণ্ট নাই। এনে সমৰ্থনেৰে কেনেকৈ মেধিয়ে তেৰটাৰ ভিতৰত বাৰটা ট্ৰিক পাব ? সুৰেশে নিজৰ তাচখিনি টেবুলত থৈ খঙেৰে মেধিৰ পিনে চালে আৰু ক'লে—

—হেৰা ইতিমধ্যেই চাৰে পাঁচশ ডাউন হৈ আছো। ইয়াৰ পিছতো তুমি মোৰ অকণো চাপৰ্ট নেপোৱাকৈ গৈ আছা। এইবাৰো ডাউন ল'ব লাগে নেকি ? কণ্টেক্ত ব্ৰিজত ডাউন গ'লে কিমান পইণ্ট হাৰিব লাগে নেজানা ? নিজে খেলাৰ চখত খেলাখন কেলেই মাটি কৰা ?

এনেতে দুৱাৰত টোকৰ পৰিল। সুৰেশে সুধিলে—কোন ?

—সুৰেশে নামি গৈ দুৱাৰখন খুলি দিলে। বাকী কেজনে খেলা আৰম্ভ কৰিলে। যেধিয়ে সুৰেশৰ তাচখিনি সকলোৰে দেখাকৈ পাৰি ললে। সুৰেশে দুৱাৰখন খুলি দেখে দুজন পুলিচ। এজন হাৱালদাৰ। তেওঁ সুধিলে—আপুনিয়েই নেকি সুৰেশ চৌধুৰী ?

—হয়।

—আপুনি অলপ থানালৈ আহিব লাগিব। ডিব্ৰুগড়ৰ পৰা এটা মেচেজ আহিছে। আপোনাৰ ল'ৰাৰ সম্পৰ্কত।

—কি হৈছে জীৱেশৰ ?

—নাই। আমি ইয়াতকৈ বেছি নেজানো। চাৰেহে ক'ব। আহক। তৎক্ষণাৎ আহক।

সুৰেশে পুলিচ দুজনক অপেক্ষা কৰিবলৈ কৈ কাপোৰ সলাবলৈ ললে। বাকী তিনিজনে খৰখেদাকৈ খেলাখন শেষ কৰিলে। মেধি দুটা ট্ৰিক ডাউন গ'ল। থানালৈ সুৰেশৰ লগত যাবলৈ ওলাল শইকীয়া। হাজৰিকাৰ কোৱাৰ্টাৰতে কোঠা এটা লৈ থাকে সুৰেশ। খোৱাবোৱাও হাজৰিকাৰ লগতে। হাজৰিকাৰ পৰিয়াল ঘৰলৈ গৈছে। গতিকে হাজৰিকাই ভাত ৰান্ধিব লাগিব। গতিকে সুৰেশৰ সঙ্গ দিব নোৱাৰিব। শইকীয়াই নগেনক ক'লে—

—হেৰা থানাৰ পৰা ওভতোতে পলম হ'বও পাৰে। ঘৰত বৌৱেৰাক খবৰটো দি যাবাচোন—মই সুৰেশৰ লগত গৈছো বুলি।

দুয়ো থানালৈ গৈ সেই সাংঘাতিক খবৰটো পালে। ডিব্ৰুগড়ত থাকি পঢ়া সুৰেশৰ একমাত্ৰ ল'ৰা জীৱেশক কোনোবাই মাজৰাতি হোষ্টেলৰ পৰা বাহিৰলৈ লৈ যায়। তাৰ দুদিন পিছত আজি ৰাতিপুৱা তাৰ লাচটো পোৱা গৈছে দূৰৰ পুখুৰী এটাত। কোনোবা দুবৃত্তই তাক হত্যা কৰিলে। থানাত খবৰটো শুনি সুৰেশ ঠাইতে ঢলি পৰিল। পুলিচ এটাই দৌৰাদৌৰিকৈ গৈ

এগিলাচ পানী আনি চকুৰে মুখে ছটিয়ালতহে আকৌ জ্ঞান পাই উঠি বহিল সুৰেশ। থানাৰ পুলিচ অফিচাৰজনে ক'লে যে লাচ চিনাক্ত কৰিবলৈ দেউতাক ডিব্ৰুগড়লৈ যোৱা উচিত। লাচ ইয়ালৈ আনিব পৰা অৱস্থাত নাই।

তেওঁলোক দুয়ো থানাৰ পৰা ওলাই অহাৰ সময়ত ৰাতি আঠটা বাজো বাজো। শইকীয়াই লৰালৰিকৈ সুৰেশক লৈ ঘৰলৈ আহিল। ঘৈণীয়েকৰ হাতত টকা দুহেজাৰমান আছিল। ডেৰ-হাজাৰ টকা সুৰেশক দি হাজৰিকা আৰু সুৰেশ থকা কোৱাৰ্টাৰটো পালেগৈ। বেগ এটাত সুৰেশে কাপোৰ-কানি দুটামান সুমুৱাই ললে। নিজৰ টকাখিনিও ললে। হাজৰিকাই খবৰ শুনি ইচ্‌আচ্‌ কৰিবলৈ ধৰিলে। ডিব্ৰুগড়ৰ পুলিচ থানাত কাম কৰা ইন্সপেক্টৰ এজন শইকীয়াৰ ঘৰৰ ওচৰৰে। শইকীয়াই কাগজ এখন লৈ তেওঁলৈ চিঠি এখন লেখিলে চমুকৈ। সুৰেশক যাতে তেওঁ সহায় কৰি দিয়ে। হাজৰিকাই ইতিমধ্যে আমলেট দুটা আৰু ব্ৰেড কেইটুকুৰামান দুখন প্লেটত লৈ আনিলে। সুৰেশে নেখালে। শইকীয়াই আমলেট খাই উঠি স্কুটাৰখনৰ সুৰেশৰ পিছৰটো চীটত বহুৱাই বাছষ্টেণ্ডৰ পিনে ৰাওনা দিলে তেতিয়া প্ৰায় নটা বাজে। নাইট বাছত চীট পোৱা যায় নে নেযায়?

দেউতা, চোৱাহিচোন আমাৰ চোতালত এইটো কি পৰিছে? দেউতা, আহাচোন সোনকালে আহা—

সৰু ল'ৰাটোৰ চিঞৰ-বাখৰ শুনি সুৰেশ বাহিৰলৈ ওলাই আহিছিল। চোতালৰ মাজতে ল'ৰাটোৱে দুহাতেৰে সৰু চৰাই এটা ডাঙি আনি দেখুৱাইছিল।

—চোৱাচোন দেউতা এইটো শালিকাৰ ভৰিখন ভাঙি গৈছে। কোনোবাই কেটেপাৰে বাটলুগুটি মাৰিছিল নেকি?

—চোতালত থৈ দিয়া। মাক বাপেকে লৈ যাব।

—মাক বাপেকে কেনেকৈ নিব। ই যে খোৰা হৈ গৈছে।

—তেন্তে কি কৰিবা ?

দেউতা ইয়াৰ ভৰিখনৰ তেজখিনি ধুৱাই ভালকৈ মলম-চলম লগাই বান্ধি দিয়া—কিজানিবা ভাল হয়েই—

জীৱেশৰ শুশ্ৰূষাত চৰাইটো সঁচাই ভাল হৈ উঠিছিল। সুৰেশে নজনাকৈয়ে নিজে নিজে তাৰ গালৰ ওপৰেৰে তপত চকুলো দুধাৰি বৈ গ'ল। থকমককৈ উঠি সোঁহাতৰ তলুৱাৰে তেওঁ গাল দুখন মচি নাইট বাছৰ ওচৰৰ চীটত বহাজনলৈ চালে। মানুহজন টোপনিত লালকাল। বাছৰ ভিতৰত এন্ধাৰ। এন্ধাৰে এজন পিতৃৰ নিকৰুণ দুখ বেদনাখিনি লুকুৱাই ৰাখিব পাৰিছো পুত্ৰ বিয়োগে উৎপন্ন কৰা বিৰহবেদনাৰ অন্তহীন জ্বালা যন্ত্ৰণা। কিমান মৰমিয়াল আছিল জীৱেশ! সেই কমবয়সীয়া উঠন মৰমিয়াল ডেকাটোক কোনোবাই নিৰ্মমতাৰে মাৰি পেলালে। মাজৰাতি টোপনিৰ পৰা টানি নি। কেলেই ?

সুৰেশ আৰু সুমিত্ৰাৰ সংসাৰলৈ পলমকৈ আহিছিল জীৱেশ! চাৰিবাৰকৈ গৰ্ভতে ভ্ৰূণ নষ্ট হোৱাৰ পিছত পঞ্চমবাৰ যেতিয়া গৰ্ভৱতী হ'ল সুমিত্ৰা, সুৰেশে কিমান মন্দিৰে-থানে গৈ বন্তি জ্বলালে, প্ৰাৰ্থনা কৰিলে। অৱশেষত ডাক্তৰে যেতিয়া চিজাৰিয়ান কৰি শেঁতা পৰা কেঁচুৱাটো ধৰালৈ আনিলে কোনেও ভবা নাছিল কেঁচুৱাটো বাচি থাকিব বুলি। দেউতাকে ৰাতি ৰাতি সাৰে থাকি পহৰা দি থাকিল কেঁচুৱাটোক। ডাক্তৰে কৈ থৈ গৈছিল। ওঁঠ দুটা ক'লা পৰো পৰো হ'লেই যেন ডাক্তৰক খবৰ দিয়া হয়। মাক বিছনাৰ পৰা উঠিব পৰা হৈছিল প্ৰায় পাঁচ দিনৰ মুৰতহে। তেতিয়া-লৈকে মৃতপ্ৰায় কেঁচুৱাটোৰ সম্পূৰ্ণ চোৱাচিতা আপডাল সুৰেশেই কৰি গ'ল একান্ত নিষ্ঠাৰে। লাহে লাহে ডাঙৰ হ'ল সিহঁতৰ একমাত্ৰ সন্তান জীৱেশ। সুমিত্ৰা আৰু সুৰেশে সিহঁতৰ সম্পূৰ্ণ

মৰম ভালপোৱা অকৃপণভাৱে ঢালি দিলে তাৰ ডাঙৰ হৈ উঠাৰ প্ৰক্ৰিয়াটোত।

যোৱা দুবছৰ তিনিবছৰ আগৰে পৰা সুৰেশৰ দুৰ্দিন আৰম্ভ হয়। প্ৰথমতে ধৰা পৰে সুমিত্ৰাৰ কেঞ্চাঁৰ হৈছে। সুৰেশে সুমিত্ৰাক মাদ্ৰাজলৈ নিলে, হুবালিলৈ নিলে, বম্বেলৈ নিলে। তথাপি একো লাভ নহ'ল। মাত্ৰ সাতমাহ বিছনাত পৰি থাকি সুমিত্ৰা গ'লগৈ। সুৰেশে প্ৰভিডেণ্ট ফাণ্ডৰ জমা টকাৰ পৰা বৃজন অংশ এটা ধাৰলৈ চিকিৎসাত খৰছ কৰিলে। একো কামত নাহিল, যোৱা মানুহ গুচি গ'ল।

সুমিত্ৰাৰ মৃত্যুৰ এবছৰ পিছতে সুৰেশৰ চাকৰি জীৱনৰো অন্ত পৰিল আৰু এতিয়া এই দুঃখৰ খবৰ। সুৰেশৰ জীয়াই থকাৰ বাবে যি এটা সৰ্বশেষ সম্বল বাকী ৰৈছিল সিও শেষ। জীৱেশক কোনোবাই হত্যা কৰিলে। আকৌ চকু দুটা তেওঁৰ এন্ধাৰৰ মাজতে সেমেকি উঠিল। জীৱনৰ অৱলম্বন এটা এটাকৈ চাই থাকোতেই শেষ হৈ যাব ধৰিছে। সুৰেশে ডাঙৰকৈ এটা হুমুনিয়াহ পেলালে। নাইট বাছখন ৰৈ গ'ল। চকা এটা ফুটিছে।

চকাটো ফুটাৰ বাবে নাইট বাছখন ৰৈ যোৱাত কেবাজনো যাত্ৰী নামি গ'ল। ইমানদূৰ একেথৰে বহি অহাত বেছিভাগৰে আঠুভাৰ দিয়াইছিল নিশ্চয়। তাকে পোনাবলৈ অথবা পেচাব কৰিবলৈ নামি গ'ল বেছ কেইজনমান। যি কেইজন ঘোৰ টোপনিত, তেওঁলোক শুয়েই থাকিল। বাছৰ মানুহকেইজনে চকাটো সলনি কৰি ভাল চকা এটা লগোৱাত ব্যস্ত হৈ পৰিল। সুৰেশৰ চকুত টোপনি নাছিল। তথাপি ইমানপৰে নামি যোৱা নাছিল। কিন্তু বাছৰ ভিতৰত গুপগুপীয়া গৰম এটা উঠিছে। সুৰেশো নামি গ'ল এইবাৰ। বাহিৰত বতাহ বিচাৰি।

সুৰেশে নামিয়েই ঠাইখন চিনি পেলালে। বাছবোৱা ঠাইখিনি পদমুনি গাওঁ। গাওঁখন পাৰ হলেই নৈ খন। নৈ পাৰৰ মথাউৰি-টোৰে দুমাইল দক্ষিণলৈ সিহঁতৰ গাওঁখন। তেতিয়াহে তেওঁৰ মনত পৰিল জীৱেশৰ খবৰটো গাওঁলৈ দিয়াই দিয়াৰ এটা ব্যৱস্থা কৰি আহিব লাগিছিল। হাজৰিকা আৰু শইকীয়াক কোৱা হ'লেই টেলিগ্ৰাম এখন দিয়াই দিলেহেঁতেন। ইমান হুলস্থুলকৈ ঘটনাবোৰ ঘটিল যে এই দৰ্কাৰী কামটো সুৰেশৰ মনতেই নপৰিল। কাইলৈ ডিব্ৰুগড়ৰ পৰা দিব পৰা যাব নেকি ? সময় পোৱা যাবনে বাৰু ? লাচ চিনাক্তকৰণ কৰি উঠি দাহকাৰ্যৰ ব্যৱস্থা কৰিব লাগিব। ডিব্ৰুগড়ৰ পৰা কৈয়েই পঠিয়াইছে লাচৰ অৱস্থা শোচনীয়। গাওঁলৈ অনাৰ প্ৰশ্নই নুঠে। এইবিলাক কাৰণতেই অ'ত ত'ত খৰচ হব পাৰে বুলি শইকীয়াই টকা ডেৰহাজাৰ জোৰকৈ সুৰেশৰ হাতত দি পঠিয়াইছে। তেওঁ ঘৰলৈ যাব খোজা নাছিল। শইকীয়াইহে জোৰ কৰিলে। সুৰেশে ঠিক কৰিলে, দাহকাৰ্য ডিব্ৰুগড়তে শেষ কৰি গাওঁলৈ উভতি আহিব। গাওঁতেই শ্ৰাদ্ধ-সকাম আদি অনুষ্ঠান শেষ কৰিব। গাৱঁৰ কথা মনত পৰোতেই সুৰেশৰ হিয়া মন তিতা হৈ গ'ল। গাৱঁৰ ঘৰখনো কি আছিল, কি হৈ গ'ল।

সুৰেশহঁত তিনিজন ককাই ভাই। সুৰেশ মাজু। ককায়েকে সৰুতে দেউতাক ঢুকুৱাৰ পিছতেই ঘৰৰ দায়িত্ব মূৰপাতি লয়। খেতি-বাতি নিজ হাতে কৰি ভায়েক দুয়োকে পঢ়ুৱায়। সুৰেশে চহৰত বি এ পঢ়ি থাকোতেই সিহঁতৰ সংসাৰত কেনা লাগিবলৈ আৰম্ভ কৰে। ডাঙৰ বৌয়েক ঢুকুৱাত ককায়েকে এমাডিমা ল'ৰা-ছোৱালী হালৰ মুখলৈ চাই আকৌ এজনীক বিয়া কৰি আনি ঘৰ সুমুৱায়। তাৰ কিছুদিন পিছতেই সৰু ভায়েক নিৰুদ্দেশ হৈ যায়।

প্ৰায় ডেৰবছৰ মানৰ মূৰত ৰাজস্থানৰ সৰু চহৰ এখনৰ ডাক-ঘৰৰ মোহৰ থকা খাম এটাত ককায়েকে চিঠি এখন পায় নিৰুদ্দিষ্ট

ভায়েকৰ পৰা। ভায়েকে লেখিছে—সি হেনো আৰু ঘূৰি নাহে। ঈশ্বৰৰ সন্ধানত সি ওলাই পৰিছে। এটা বিশেষ অনুৰোধ জনাবলৈ চিঠিখন লেখিছে। সি বিচাৰিছে কেতিয়াবা যদি সিহঁতৰ পৈত্ৰিক সম্পত্তিৰ ভাগ-বতৰা হয়, তেনেহলে তাৰ ভাগৰ মাটিখিনি যেন সুৰেশক দিয়া হয়। চিঠিখনে ককায়েকক ডাঙৰ আঘাত দিলে। তেওঁ ঘৈণীয়েকৰ নিষেধ সত্বেও চহৰ পালেগৈ আৰু দেউতাকৰ দিনৰ পটাখন ভাঙি দুভাগ মাটি সুৰেশৰ নামত লেখি দিলে। এভাগ নিজে ৰাখিলে। কাগজপত্ৰ ঠিকঠাক কৈ কাছাৰীৰ পৰা উলিয়াই লৈহে ককায়েকে সুৰেশক মেছত লগ কৰিলেগৈ আৰু ভায়েকৰ খবৰ আৰু অদ্ভুত অনুৰোধটোৰ কথা ক'লেগৈ। সুৰেশে ককায়েকে জোৰকৈ ধৰিলতহে নিজৰ নামৰ মাটিৰ কাগজখন হাত পাতি ল'লে। কিন্তু ইয়াকো জনালে যে সুৰেশে কেতিয়াও মাটিৰ বুজ ল'বলৈ গাৱঁলৈ উভতি নাযায়। মাটিখিনিও ইমানদিনে যিদৰে ককায়েকে খেতি বাতি কৰি আছিল তেনেকৈয়ে চলি থাকিব। অৱশ্যে সুৰেশৰ সন্দেহ হ'ল ভায়েক ঘৰৰ পৰা ওলাই যোৱাৰ পিছত নতুন বৌৱেকৰ কিবা হাত নাইতো? এই সন্দেহ পিছত আৰু বেছি দৃঢ় হৈ উঠিল যেতিয়া বৌৱেকে নিজে দুটা পুত্ৰ সন্তানৰ মাক হোৱাৰ পিছত আগৰ ঘৈণীয়েকৰ ল'ৰা-ছোৱালী-হালক নিৰ্দয়তাৰে ব্যৱহাৰ কৰিবলৈ ধৰিলে। ককায়েকৰ প্ৰথম পুত্ৰ সোণটিও মাহীমাকৰ অত্যাচাৰ সহিব নোৱাৰি এদিন ঘৰৰ পৰা ওলাই গৈ বেলেগে থাকিবলৈ লয়। অৱশ্যে সেয়া বহু পিছৰ ঘটনা।

বাছৰ চকা সলোৱা শেষ হ'ল ক'ডাক্তৰজনে বাহিৰত বৈ থকা যাত্ৰীসকলক নিজ নিজ চীটত উঠি বহিবলৈ নিৰ্দেশ দিলে। আকৌ বাছখন ডিব্ৰুগড় অভিমুখে ৰাওনা হ'ল।

বৌৱেকৰ চৰিত্ৰ স্বভাৱ যে বৰ সুবিধাৰ নহয় ইমানদিনে মোটামুটি জানি থৈছিল সুৰেশে। সুমিত্ৰায়ো সেই কাৰণেই গাৱঁৰ ঘৰলৈ পৰাপক্ষত নোযোৱাকৈ থাকিবলৈ পালেই ভাল পাইছিল। চাৰি পাঁচ বছৰ আগৰ কথা। এবাৰ ককায়েকৰ টান নৰিয়া হ'ল। সুৰেশে খবৰ পাওঁতে যথেষ্ট পলম হ'ল ডাক বিভাগৰ খেলি মেলিৰ কাৰণে। গাৱঁৰে কবিৰাজে চিকিৎসা কৰি আছিল। ঠিক নহ'ল। সুৰেশে চহৰৰ পৰা চিনাকি ডাক্তৰ লৈ গৈ দেখুৱায় মানে ককায়েকৰ শৰীৰৰ অৰ্দ্ধাংশ ইতিমধ্যেই বিকল হৈ পৰিছে। বিছনাৰ পৰা উঠি ফুৰাচকাৰ কোনো সম্ভাৱনা নাই। সুৰেশক এদিন ককায়েকে মাতি নি সুধিলে—

—তোৰ চাকৰিৰ পৰা ৰিটায়াৰ হ'বলৈ কিমান দিন আছে?

—আছে, আৰু আঢ়ৈ তিনি বছৰমান। এক্‌চ্‌টেনশ্বনো পাব পাৰো। কেলেই সুধিলা?

—তই গাৱঁলৈ আহি ঘৰ:ত থাকিহি—যিমান সোনকালে পাৰ। দেখিছই নহয় অৱস্থা। মোৰ হ'ল পেৰালিচিচ। সোণটি গ'ল ঘৰৰ পৰা ওলাই। বাপুকণ আৰু সৰুকণ মাকৰ মৰম আৰু লাই পাই পাই পঢ়াশুনাৰ নামত ধিতিঙালি কৰি ফুৰে। গোটেইখিনি খেতি এতিয়া আধিয়াৰক দিব লাগিব। ইহঁত দুটাৰ খেতিবাতিত মনকাণ নাই। এতিয়া তইহে আছগৈ। তই যদি আহি ঘৰখনৰ গুৰি নধৰ, গোটেইখিনি উছনে যাব। ছোৱালীজনীৰো বিয়া নহ'ব।

সুৰেশে ভাবিছিল, চাকৰিৰ জমা টকা, প্ৰভিডেণ্টফাণ্ড এইবোৰ মিলাই চহৰতে সৰুকৈ ঘৰ এটা সাজি বাকী জীৱনটো অতিবাহিত কৰিব। কিন্তু বেমাৰী ককায়েকৰ কথা শুনি তেনে নকৰাটোকে ঠিক কৰিলে। চাকৰিৰ পৰা অৱসৰ লৈ উঠি গাঁৱলৈকে গুচি আহিব।

সুমিত্ৰাইয়ো আপত্তি নজনালে। তাৰ কিছুদিন পিছতেই সুমিত্ৰাৰ অসুখ আৰম্ভ হয়। মৃত্যু পৰ্যন্ত চিকিৎসা শুশ্ৰূষাত সুৰেশ সৰ্বস্বান্ত হৈ পৰে। তাৰ কিছুদিন পিছত যেতিয়া সুৰেশৰ অৱসৰ লোৱাৰ দিন আহি পৰেহি তেতিয়া সুৰেশৰ জমা টকা বুলিবলৈ বিশেষ নাই। সুদীৰ্ঘ ভৱিষ্যতৰ বাবে পেঞ্চনৰ টকা কেইটাহে মাথো অবলম্বন আৰু জীৱেশৰ শেষ হওঁ হওঁ অৱস্থাত থকা শিক্ষা জীৱনটো। জীৱেশে পাছ কৰি উঠি চাকৰি এটা বিচাৰি ল'ব পাৰিলেই চিন্তা নাই।

সুৰেশৰ ব্ৰীজ খেলা বন্ধু তিনিজন অৰ্থাৎ হাজৰিকা, নগেন আৰু শইকীয়া সুৰেশৰ অৱসৰপ্ৰাপ্তিৰ দিনাখন অফিচৰ পৰা বাহিৰে বাহিৰে সুৰেশক আগবঢ়াই দিবলৈ কোৱাৰ্টাৰ পালেহি। লগতে তিনি চাৰি ৰাউণ্ডমান ব্ৰীজ খেলাও চলি যাব। সুৰেশে ভিতৰলৈ গৈ হাতমুখ ধুই আহি কাম কৰা ল'ৰাটোক চাহ কৰিবলৈ নিৰ্দেশ দি বাহিৰৰ ৰুমত বহিলগৈ। হাজৰিকাই ইতিমধ্যেই তাচ বিলি কৰি উঠিছে। তাচখিনি সামৰি উঠাওঁতেই শইকীয়াই সুধিলে—তাৰমানে তুমি গাঁৱলৈকে যাবাগৈ ?

—অঁ, ককাইদেৰে মাতি পঠিয়াইছে আকৌ।

হাজৰিকাই সুধিলে—আপুনি কোৱাৰ্টাৰটো কেতিয়া খালি কৰিব ?

—খালি কৰিমেই আৰু পাঁচ ছদিনৰ ভিতৰত। অদৰকাৰী ফাৰ্ণিচাৰবোৰ বেচি দিলো। বাকীখিনি গাঁৱৰ ঘৰলৈ পঠিয়াই দিব পাৰিলেই ওলাই যাম। কেলেই সুধিলে ?

মেধিয়ে উত্তৰ দিলে—হাজৰিকাই এইটো কোৱাৰ্টাৰলৈ উঠি আহিব খুজিছে। এইটোত ৰ'দ কম পৰে যে। গৰম কম।

সুৰেশে কলে—আপুনি ইষ্টেট অফিচাৰক কৈ থৈছে নে নাই ? তেওঁ যদি আকৌ অইনক এলট্ কৰি দিয়ে ?

শইকীয়াই ক'লে—সুৰেশ গ'লে আমাৰ ব্ৰীজৰ আড্ডাটো ভাঙি

যাৰ কাৰণেহে বৰ বেয়া লাগিছে। ইমানদিনে প্ৰায় প্ৰতিটো গধূলিয়েই দিয়াচোন, একেলগে ব্ৰীজ খেলি কটালো। এতিয়া সুৰেশ গলে গধূলিবোৰ কটাম কেনেকৈ ?

তেওঁলোকৰ ব্ৰীজৰ আড্ডাত বেছিদিন বিৰতি নপৰিল। এমাহমান পিছতে হল্ডঅলটো আৰু চুটকেচ এটা লৈ সুৰেশ গাঁৱৰ পৰা উভতি আহিল। শইকীয়াৰ ঘৰলৈ গৈ জনালে—নোৱাৰিলোহে তিষ্ঠিব। ইমানদিন গাঁৱত নেথাকি একেবাৰেই অনভ্যস্ত হৈ পৰিলো। তাতে ব্ৰীজ খেলিবলৈ নেপাই মনটো উচপিচাই আছিল।

শইকীয়াই সুৰেশৰ থকা খোৱাৰ ব্যৱস্থা কৰি দিলে হাজৰিকাৰ লগত। হাজৰিকাৰ পৰিয়ালত বেছি মানুহ নাই। কেৱল গিৰিয়েক ঘৈণীয়েক আৰু পুতেকটো। মাহেকৰ মূৰত থকা খোৱাৰ বাবদত কিবা এটা পৰিমাণৰ টকা দি দিলেই হ'ল। গাঁৱৰ পৰা এমাহতে কেলেই উভতি আহিব লগীয়া হ'ল সুৰেশ। সেইবোৰ কথা শইকীয়াই বিতংকৈ নুসুধিলে ; সুৰেশেও সেইবোৰ তিতা কেঁহা কথা দোহাৰিব নুখুজিলে।

অৱসৰ গ্ৰহণৰ পিছত এইবোৰ আকৌ অফিচ কেম্পাচত থাকিবলৈ লোৱাত সুৰেশৰ নতুন জীৱন-যাত্ৰা আৰম্ভ হ'ল। ৰাতিপুৱা ভাত-পানী খাই উঠি সুৰেশে সদায় ব্যৱসায়ী অঞ্চল-টোলৈ অহা-যোৱা কৰিব ধৰিলে। সৰু-সুৰা চাকৰি যদি পোৱা যায় কোনো প্ৰাইভেট কোম্পানীৰ অফিচে টফিচে। অৱসৰ পালেও সুৰেশৰ স্বাস্থ্যপাতি ভালেই আছে। এতিয়াও দহটা পাঁচটাৰ চাকৰি অনায়াসে পাঁচ ছবছৰ কৰিব পাৰিব। অফিচ বিলাকত কোনেও কিন্তু তাক সিমান আশা নেদেখুৱালে। ব্যৱসায়ীক সংস্থানবোৰত পাৰ্ট টাইম চাকৰি পোৱা যায় গধূলি হিচাপ নিকাচ

কৰি দিনটোৰ কাম-কাজ সামৰি ৰখাৰ। কিন্তু গধূলি চাকৰিলৈ গ'লে ব্ৰীজ খেলাৰ আড্ডাটো ভাঙি যায়। তথাপি সুৰেশে নতুন চাকৰি কৰাৰ আশাটো নেৰিলে। স্থানীয় বাতৰিকাকত দুখনত সৰু বিজ্ঞাপন দুটাও দি চালে। এনেকৈয়ে সুৰেশৰ দিন ৰাতি-বোৰ পাৰ হৈ যাব ধৰিছিল নিৰ্বিবাদে। দিনটো চাকৰি বিচাৰি অথবা অ'ত ত'ত আড্ডা মাৰি আৰু গধূলিটো হাজৰিকা-শইকীয়া-মেধিৰ লগত তাচ খেলি। কোনো চিন্তা ভাৱনা নাই। জীৱেশে পঢ়ি আছে। তাৰ পঢ়া সাং হবলৈ আৰু ডেৰবছৰ মানহে বাকী। তাৰ পিছত কিবাকৈ সি চাকৰি এটা ক'ৰবাত যোগাৰ কৰি ল'লেই সুৰেশৰ অঘৰী জীৱনৰ অন্ত পৰিব। তেতিয়া সুৰেশ পুতেকৰ কৰ্মস্থানলৈ গৈ পুতেকৰ লগতে থাকিব পাৰিব। তাৰ পিছত নিশ্চয় জীৱেশে বিয়া কৰিব। বোৱাৰীয়েকক সুৰেশে নিজৰ ছোৱালীৰ দৰে মৰম দিব। সিহঁতৰ সৰু সংসাৰখন সুখ শান্তি আনন্দেৰে ভৰি পৰিব। এনে এটা সহজ সংঘাতবিহীন ভৱিষ্যতৰ বাবে আশা পালি সুৰেশে দিন ৰাতিবোৰ কটাব ধৰিছিল। অইনৰ ঘৰত কিছুদিন পেয়িংগেষ্ট হৈ থকাৰ ক্লেশখিনি, দ্বিধাখিনি সহজে হজম কৰি। এনেতে মেঘবিহীন আকাশত বিজুলী বজ্ৰপাতৰ দৰে হঠাতে ডিব্ৰুগড়ৰ পৰা সেই সাংঘাতিক খবৰটো আহিল পুলিচৰ মাধ্যমেৰে। কোনোবাই হেনো জীৱেশক সুৰেশৰ একমাত্ৰ পুতেকক, তাৰ ভৱিষ্যতৰ একমাত্ৰ লাখুটি ডালক, তাৰ পৰিয়ালৰ একমাত্ৰ উত্তৰাধিকাৰীক কোনোবাই নিৰ্দয়তাৰে হত্যা কৰি আঁতৰাই নিলে তাৰ সমস্ত সপোন, আশা-ভৰসাক পংগু কৰি থৈ।

শইকীয়াই সুৰেশক স্কুটাৰত তুলি নাইট বাছত বহুৱাই থৈ গ'লহি। টকা অলপো ধাৰে দিলে। ডিব্ৰুগড়লৈ গৈ থানা-পুলিচ-ক'ৰ্ট-কাছাৰীত দৌৰাদৌৰি কৰিব লাগিব। ক'ৰবাত খৰচ কৰিবলগীয়া হ'ব পাৰে। চিনাকি পুলিচ অফিচাৰ এজনলৈ চিঠি এখনো লেখি দিলে, সুৰেশক সৰ্বতোপ্ৰকাৰ সহায় কৰিবলৈ

অনুৰোধ কৰি। সুৰেশক সুধি পুছি আশ্বস্ত হৈ ললে যে ডিব্ৰুগড়ত গৈ উঠিবলৈ তেওঁৰ ওচৰ সম্পৰ্কীয় মানুহ এঘৰ আছে। মৃতা ঘৈণীয়েকৰ ককায়েক ববদেউতাকৰ পুতেক ডাক্তৰ এজন অৱস্থাপন্ন ঘৰৰ। গতিকে ডিব্ৰুগড়ত অসুবিধা নহয়। বাছত উঠাৰ আগলৈকে দুঘণ্টা আঢ়ৈ ঘণ্টা ইমান হুলস্থুলকৈ পাৰ হৈ গ'ল। সুৰেশে তৰ্কিবই নোৱাৰিলে। নাইট বাছখন বাওনা দিয়াৰ পিছতহে অকলশৰীয়া এন্ধাৰত বহি সুৰেশে ঘটনাৰ গুৰুত্ব অনুভৱ কৰিব পাৰিলে। তেওঁক নিঠৰুৱা কৰি তেওঁৰ ভৱিষ্যতৰ একমাত্ৰ সম্বল তেওঁৰ সুযোগ্য পুত্ৰক কোনোবা অচিনাকি হত্যাকাৰীয়ে সুৰেশৰ জীৱনৰ পৰা আঁতৰাই নিলে নিৰ্দয়ভাৱে। এতিয়া সুৰেশ কেনেকৈ কিহৰ অৱলম্বনত জীয়াই থাকিব! নাইট বাছৰ ভিতৰত এন্ধাৰৰ মাজতে কিমানবাৰ যে সুৰেশৰ দুচকুৰ পৰা জুলীয়া দুখৰ সোঁত বৈ গ'ল তাৰ ঠিকনা নাই। এনেকৈয়ে সীমাহীন দুখ, অব্যক্ত বেদনা আৰু পাৰ নোহোৱা অনিশ্চয়তাৰ সাগৰ এখনৰ মাজত সুৰেশ পিছদিনা ৰাতিপুৱা ডিব্ৰুগড় পালেগৈ।

গেটখন খুলি ধুনীয়া লনখন পাৰ হৈ বিশাল ঘৰটোৰ বাৰান্দাৰ পিলাৰ এটাৰ গাত লাগি থকা কলিং বেলটো টিপি যথেষ্ট সময় ৰ'বলগীয়া হ'ল সুৰেশ। প্ৰায় দুই তিনি মিনিটমান পিছত সমুখৰ দুৱাৰখন খুলি পৰ্দাৰ ফাকেৰে ভুমুকি মাৰি চালে পোন্ধৰ ষোল বছৰীয়া ছোৱালী এজনীয়ে। সুৰেশে সুধিলে— নবীন ককাইদেউ আছেনে?

—শুই আছে।

—বৌ আছে?

—আছে, আহক।

বৌৱেকে আহি ড্ৰইংৰুমত সুৰেশক দেখা পাই আচৰিত হৈ গ'ল। হোষ্টেলৰ পৰা টানি লৈ গৈ ল'ৰা এজনক হত্যা কৰাৰ খবৰটো ইতিমধ্যেই শুনিছে আৰু-তাৰ মুখত। সিমান গুৰুত্ব দিয়া নাছিল। কাৰণ আজিকালিৰ দিনকাল ইমান বেয়া যে হত্যাকাণ্ড, কিডনেপিং, ডকাইতি, বন্ধ, ধৰ্মঘট, চকাবন্ধ এইবোৰ সাধাৰণ কথা হৈ পৰিছে। হত্যা কৰা ল'ৰাজন যে সুৰেশৰেই একমাত্ৰ পুত্ৰ জীৱেশ, এই কথাটো জনা নাছিল। বৌৱেকে কথাটো শুনি বৰ ইচ্ আচ্ কৰিব ধৰিলে। খবৰটো দিবলৈ বৌৱেকে ককায়েকক জগাবলৈ যাবলৈ খুজিছিল। সুৰেশে বাধা দিলে। যোৱাৰাতি কিবা এটা অপাৰেচন কৰি বহু পলমকৈ বিছনাত পৰিছে হেনো। বৌৱেকে সুৰেশক গেষ্ট ৰুমলৈ লৈ গৈ গা-পা ধুই আৰাম কৰিবলৈ ক'লে। ব্ৰেকফাষ্ট কৰি ককাইদেৱেকক লগ ধৰি জীৱেশৰ মৃতদেহ চমজাই লোৱা তথা দাহকাৰ্য আদিৰ বাবে ঘূৰাঘূৰি কৰিব লাগিব। গা ধোৱাৰ আগেয়ে অকণমান বাগৰি লওঁ বুলি বিছনাত পৰোতেই সুৰেশৰ চকু দুটা টানি ধৰিলে। তেনেকৈয়ে তেওঁৰ টোপনি গ'ল। বৌৱেকে ব্ৰেকফাষ্টৰ বাবে মাতিবলৈ আহোঁতেহে টোপনি ভাঙিল। সুৰেশে জনালে তেওঁ ব্ৰেকফাষ্ট নেখায়। গা পা ধুই গৈ আছে।

সুৰেশে বাহিৰলৈ ওলাই দেখে নবীন ককাইদেউৰ ব্ৰেকফাষ্ট খোৱা শেষ। চাহ খাবলৈ লৈছে। বৌৱেকে সুৰেশক গাখীৰ এগিলাচ যাচিলে। নবীন ককাইদেউ সুৰেশৰ লগত যাব নোৱাৰে হেনো। ব্যস্ত ডাক্তৰ। দহটা বজাত আৰু এটা অপাৰেচন আছে। পিছে ফাৰ্মাচীৰ কাম কৰা মানুহ এজনক পঠিয়াই দিব। তেৱেঁই সুৰেশক কাম কাজত সহায় কৰি দিব আৰু দাহকাৰ্য যদি আবেলিৰ পিনে হয়, শ্মশানলৈ এপাক মাৰিব। ডাক্তৰ নবীন চৌধুৰী খৰখেদাকৈ ওলাই গ'ল।

ডাইনিং হলটোৰ পাৰ্টিচনখনৰ সিপাৰে সুদৃশ্য ড্ৰইং ৰুমটো।

ডাক্তৰ ওলাই যোৱাৰ পিছত সুৰেশ তাতে গৈ বহিলগৈ। কিবা এখন আলোচনী পঢ়ি আছিল। তাকে লৈ ছবিবোৰ চাব ধৰিলে। প্ৰায় এঘণ্টামান এনেকৈ পাৰ হৈ গ'ল। ডাক্তৰে পঠিয়াই দিম বুলি কোৱা মানুহজন এতিয়াও আহি পোৱা নাই। বৌৱেকে আকৌ এবাৰ চাই গ'লহি।

—ইচ্ ৰাম, হৰেণ এতিয়ালৈকে অহা নাই?

—বৌ, মই ভাবিছো, মই অকলেই ওলাই যাওঁ নেকি? মানুহজন আহিলে থানালৈ পঠিয়াই দিব।

—নহয় ৰ'বা, তুমি অকলেই যোৱা বুলি শুনিলে ককাই-দেৱেৰাই খং কৰিব। ৰ'বা জিতুক কৈ চাও সি যাব পাৰে নেকি?

—জিতু ইয়াতে আছে নেকি?

—অ'। সি এইটো চাকৰি এৰিলে নহয়। এতিয়া ঘৰতে বহি আছে। আই এ এচত বহিব হেনো। কি বহিব? পঢ়াশুনাৰ নাম গোন্ধেই নাই। ৰ'বা, তাকে সুধি চাওঁ।

এইবুলি বৌৱেক গেষ্টৰুমৰ ওচৰৰ বন্ধ কোঠা এটালৈ সোমাই গ'ল। অলপ পিছতে হেডফোন লগাই গান শুনি থকা সুদৃশ্য ডেকা এজন বেগেৰে বাহিৰলৈ ওলাই আহি ডাইনিং টেবুলৰ সিপাৰে চাইড ব'ৰ্ডত থকা ফোনটোৰ ওচৰ পালেগৈ। বৌৱেক আহি সুৰেশৰ সমুখত বহিলহি। হেডফোনটো খুলি থৈ জিতুৱে ফোনেৰে কাৰোবাৰ সৈতে কথা পাতিবলৈ ধৰিলে। অলপ পিছত ফোনটো নমাই থৈ তাৰে পৰাই মাকক চিঞৰি কলে—

—মাম্মা, ইট্চ্ ইমপচিবল। মই যাবই লাগিব। ৰাজী, হেৰী, ৰমেনহঁত চব বৈ থাকিব। তুমি অইন কাৰোবাক পঠিয়াই দিয়া না পেহাৰ লগত।

—তেনেহলে ফাৰ্মাচীলৈ ফোন এটা কৰি চাচোন, হৰেণক পঠিয়াই দিয়াৰ কথা আছিল।

জিতুৱে আকৌ ফোনত নম্বৰ ঘুৰাবলৈ ধৰিলে। সুৰেশ

আনমনা হৈ বহি ৰ'ল। বৌৰেকে আগ্ৰহেৰে জিতুৰে ফোন কৰাৰ পিনে চাব ধৰিলে। কেবাবাৰো নম্বৰ ঘূৰায়ো কানেকচন নোপোৱাত জিতুৱে ফোনটো থৈ দিলে।

—চৰী মামা, ন' ৰিপ্লাই।

বৌৰেক অপ্ৰস্তুত হৈ সুৰেশৰ সমুখত বহি ৰ'ল। সুৰেশ আগৰ দৰেই আনমনা হৈ বাহিৰলৈ চাই ৰ'ল। জিতুৱে ললিতাক, তাৰমানে কামকৰা ছোৱালীজনীক এটা ক'ল্ডড্ৰিংক ৰুমলৈ লৈ আনিবলৈ নিৰ্দেশ দি নিজৰ ৰুমলৈ গৈ দুৱাৰখন জপাই দিলে। অলপ পিছতে কামকৰা ছোৱালীজনীয়ে ফ্ৰিজৰ পৰা ক'ল্ড ড্ৰিংক এটা উলিয়াই জিতুৰ ৰুমত সোমালগৈ।

—তুমি অকণমান বৈ যোৱাচোন। হৰেণ আহি পাবই চাগে। আৰু আধা ঘণ্টামান অপেক্ষা কৰাচোন।

এইবুলি বৌৰেক পাগঘৰৰ পিনে গ'লগৈ। সুৰেশ থমথমকৈ ঠাইতে বহি থাকিল। নিচেই ওচৰ সম্পৰ্কীয় এজনৰ একমাত্ৰ সন্তানৰ এনেকুৱা এটা অপঘাতত মৃত্যু হৈছে। কিন্তু কাৰো যেন একো কৰিবলগীয়া নাই। দেউতাক ওলাই গ'ল নিজৰ কামত। পুতেক হেডফোন লগাই গানশুনাত ব্যস্ত। দুপৰীয়া লগৰীয়াৰ লগত আড্ডালৈ যাব লাগিব।

গতিকেই পেহাকৰ লগত ইফালে সিফালে ভায়েকৰ অন্ত্যেষ্টিৰ বাবে ঘূৰাপকা কৰিবলৈ সময় নাই। একমাত্ৰ মাকজনীয়েহে যেন পিতা-পুত্ৰৰ আওকণীয়া মনোভাৱটো ঢাকি ৰাখিবলৈ পাৰ্যমানে চেষ্টা কৰি আছে। এইখন ঘৰলৈ নহা হ'লেও ভাল আছিল। তথাপি এনে এটা বিপদত পৰিয়াল পৰিজনৰ ঘৰত নেথাকি হোটেলে-টোটেলে উঠিলেও বেয়া দেখে।

দহ মিনিটমান পিছতে হৰেণ আহি ওলালহি। ঠিক সেই সময়তে পাগঘৰৰ পৰা বৌৰেকে চিঞৰিলে—ললিতা! ললিতা!

কামকৰা ছোৱালীজনী জিতুৰ কোঠাৰ পৰা ওলাই দৌৰা-দৌৰিকৈ পাগঘৰলৈ গ'ল। সুৰেশ আচৰিত হৈ ভাবিলে ইমানপৰে তাই জিতুৰ কোঠাত কি কৰিছিল ?

সুৰেশ আৰু হৰেণে পুলিচ থানাত বেছি দৌৰাদৌৰি কৰিবলগীয়া নহ'ল। পুলিচে পাৰ্যমানে সহায় কৰিলে সকলো ক্ষেত্ৰতে। আনকি শ্মশানতো পুলিচেই সকলো যা-যোগাৰ কৰি দিলে। শইকীয়াই বিজন পুলিচ অফিচাৰলৈ চিঠি দিছিল তেওঁকো পোৱা গ'ল। তেওঁ অৱশ্যে আন এটা কামত কাছাৰীলৈ যাবলগীয়া হ'ল। তেওঁ সুৰেশক পিছদিনা ৰাতিপুৱা ঘৰলৈ, মাতিলে, ঘটনাটোৰ সম্পৰ্কে কথা পাতিবলৈ। শ্মশানত কাম-কাজ শেষ হওঁতে প্ৰায় গধুলিয়েই হ'লগৈ। সুৰেশক পুলিচৰ গাড়ীয়ে আনি ডাক্তৰৰ ঘৰত নমাই দিলেহি। বৌৱেকে সুৰেশক পিচ-চোতালৰ বাথৰুমতে গা ধুই তিতা কাপোৰ সলাই আহিবলৈ ক'লে। বৌৱেকে অকণমান ভাত আৰু নিৰামিষ ডালি তৰকাৰী কৰি থৈছিল। তাকে গৰম কৰি সুৰেশক খাবলৈ দিলে। খাবলৈ অকণো মন নাছিল। তথাপি বৌৱেকে জোৰ কৰাত অলপমান খাই সুৰেশ বিছনাত পৰিলগৈ। তাৰ আগেয়ে ৰুমটোৰ লাইট নুমুৱাই দিলে।

বাৰে বাৰে জীৱেশৰ কথা মনত পৰিবলৈ ধৰিলে। জীৱেশৰ কথা ভাবি ভাবিয়েই এসময়ত শুই পৰিল। ৰাতি কোনোবাই খাবলৈ মাতিছিল নে নাই সুৰেশে ক'ব নোৱাৰিলে। যেতিয়া তেওঁ টোপনিৰ পৰা সাৰ পালে তেতিয়া পুবৰ পিনৰ আকাশত অলপ অলপ পোহৰ হৈছেই।

ৰাতিপুৱা আঠটা মানতে সুৰেশ গৈ শইকীয়াৰ চিনাকি পুলিচ অফিচাৰজনৰ ঘৰ পালেগৈ। অফিচাৰজনৰ ঘৈণীয়েকে সুৰেশক

আথেবেথে বহুৱালে। অলপ পিছতে অফিচাৰজনো আহি বহিল। অফিচাৰজনে নিজে কেচটোৰ বিষয়ে একো নেজানিলেও এই বিষয়ে আন কেবাজনবো লগত কথা পাতিছে। এচ পি জনেও সুৰেশৰ সৈতে লগ পাব বিচাৰিছে। আজি ৰাতিপুৱা সুৰেশক অফিচলৈ লৈ যাবলৈ কৈছে। পিছে অফিচাৰজনে কেচটোৰ যি ধৰণৰ গতিবিধি দেখিছে তাৰপৰা বিশেষ আশান্বিত হ'ব নোৱাৰে হেনো। আজিকালিৰ সময়টোৱেই এনেকুৱা। চাৰিওপিনে উগ্ৰপন্থী দলৰ ৰাজত্ব। পুলিচেও একো কৰিব নোৱাৰে। কাৰোবাক সন্দেহ কৰি ধৰি আনিলেও পিছ মুহূৰ্ত্ততে তিনি চাৰিজনকৈ ৰাজনৈতিক নেতাৰ নিৰ্দেশ আহি যাব, অপৰাধীক এৰি দিব লাগে। এনে অৱস্থাত পুলিচে কি কৰিব—নিস্কৰ্মা হৈ বহি থকাৰ বাহিৰে? জীৱেশৰ হত্যাকাণ্ডৰো কিজানি সঠিক বাছ-বিচাৰ নহ'ব একমাত্ৰ এইটো কাৰণতে।

সুৰেশে অলপ গাখীৰ আৰু জলপান খালে। তাৰ পিছত অফিচাৰজনৰ পিছে পিছে বাহিৰলৈ ওলাল। অফিচাৰজনে মটৰ-চাইকেল উলিয়াবলৈ গেৰেজলৈ গ'ল। মানুহজনে ঘৰ ভাড়া কৰি আছে। মালিকৰ বিৰাট ঘৰটোও একেটা কম্পাউণ্ডতে। সেই বিৰাট ঘৰটোৰ সমুখৰ বাৰাণ্ডাত এগৰাকী মহিলা বহি আছিল। মহিলাগৰাকী সুৰেশক দেখি আগবাঢ়ি আহিল আৰু মাত লগালে—সুৰেশদা নহয়নে?

সুৰেশে মহিলাগৰাকীক দেখিয়েই চিনি পালে সিহঁতৰ ওচৰৰে পদুমনি গাৱঁৰ ৰমলা। ৰমলা সুৰেশতকৈ দুবছৰমানৰ সৰু। একেলগেই কলেজত পঢ়িছিল। ৰমলা ছোৱালী হোষ্টেলত থাকি পঢ়িছিল বাবে মাজে মাজে সুৰেশে তাইৰ খা-খবৰ কৰিবলগীয়া হৈছিল ঘৰুৱা নিৰ্দেশত। ঘৰলৈ চহৰৰ পৰা আহোতে যাওঁতেই একেলগেই অহা-যোৱা। দুয়োৰে ঘৰৰ মাজতো পাৰিবাৰিক অহা-যোৱা আছিলেই। বহুতেই ভাবিছিল সিহঁত দুয়োৰে মাজত

নিশ্চয় কিবা যোগসূত্ৰ আছে। ৰমলাই নিজে কি ভাবিছিল কব নোৱাৰি। কিন্তু সুৰেশে অৱশ্যে মাজে মাজে ৰমলাক নিজৰ অৰ্দ্ধাঙ্গিনী ৰূপে কল্পনা কৰিবলৈ লৈছিল। যদিও এই কল্পনা কল্পনাই হৈ ৰ'ল। মুখ ফুটাই প্ৰেম যাচিবলৈ সুৰেশৰ সাহস নহ'ল। ৰমলাৰ মাকেও সুৰেশহঁতৰ নিশকতীয়া আৰ্থিক অৱস্থাৰ কথা জানিবলৈ পাই আওপকীয়াকৈ সুৰেশক জনাই দিলে যে সুৰেশে বিচাৰিলেও এনে এখন বিয়া সহজে নহ'ব। তাৰ কিছু-দিনৰ পিছতে এবাৰ ৰমলা মৰাণত মোমায়েকৰ ঘৰলৈ যাওঁতে ডিব্ৰুগড়ৰ পিনে কোনোবা খুব আঢ্যৱন্ত ঘৰৰ ল'ৰাৰ সৈতে তাইৰ বিয়া ঠিক হ'ল বুলি শুনা পালে সুৰেশহঁতে। সেই ৰমলাই আজি ইমানদিনৰ মূৰত সুৰেশক দূৰতেই চিনি পালে আৰু মাত লগালে—

—সুৰেশদা নহয়নে ?

—ৰমলা চোন। তোমালোক ইয়াতে থাকা নেকি ?

—অঁ ইয়াতে থাকো। আহক, অকণমান বহি যাব

—নাই আজি নবহো দিয়া এঠাইত জৰুৰী কাম এটা আছে। এনেতে পুলিচ অফিচাৰজনে মটৰ চাইকেল লৈ বাহিৰ পালেহি। তেওঁ চাইকেলখন ষ্টেণ্ড কৰি দুৱোৰে ওচৰ পালেহি।

—বৌৱে এখেতক চিনি পায় নেকি ?

—চিনি পাওঁ মানে ? আমি একে ঠাইৰে আকৌ। একেলগেই ডাঙৰ হোৱা। আজি অতদিনৰ মূৰত লগ পালো। আপোনাৰ খবৰ খাতি ভালতো ? পুলিচ অফিচাৰৰ লগত দেখোন ?

পুলিচ অফিচাৰজনেই উত্তৰ দিলে—এ বৌ বৰ দীঘলীয়া কাহিনী। আপোনাক পিছে পৰে জনাম। এতিয়া আমি দুয়ো এচ পি ৰ ওচৰলৈ গৈ আছো। সময় দিয়া আছে। এতিয়ালৈ আহো। পলম নকৰো।

—যোৱা বাৰু। পিছে সুৰেশদা পিছত আহিব কিন্তু

ৰমলাই পুলিচ অফিচাৰজনলৈ লক্ষ্য কৰি ক'লে—হেৰা তুমিয়েই সুৰেশদাক লৈ আহিবা।

সুৰেশ মন্ত্ৰমুগ্ধৰ দৰে পুলিচ অফিচাৰজনৰ মটৰচাইকেলৰ পিছৰ পিলিয়নত বহিলগৈ।

পুলিচৰ এচ পি জনে যথেষ্ট সমবেদনা আৰু ভদ্ৰতাৰে সুৰেশৰ লগত কথা পাতিলে। তদন্তৰ কাম যিমান সোনকালে আগবঢ়াব পাৰি তাৰ বাবে চেষ্টা কৰি যাব বুলি কথা দিলে। কিন্তু তাৰ বেছি বিশেষ একো ভৱিষ্যৎ বাণী নকৰিলে।

জীৱেশ থকা হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্টজন অথবা লগৰ ল'ৰা যি দুই চাৰিজনে সুৰেশ হোষ্টেললৈ যাওঁতে জীৱেশৰ বিষয়ে কথা পাতিলে কোনেও স্পষ্টকৈ ক'ব নোৱাৰিলে অথবা ক'ব নুখুজিলে কোন ঘৃণনীয় অপৰাধীৰ হাতত এনে এটা দুষ্কাৰ্য ঘটিব পৰাৰ সম্ভাৱনা। সুৰেশে ঠিক কৰিলে ডিব্ৰুগড়ত আৰু বেছি সময় নকটাই গাৱঁলৈকে ওভোতা যাওক। গাৱঁতেই জীৱেশৰ শ্ৰাদ্ধ সকাম আদি সম্পন্ন কৰিব লাগিব। তাৰ আগেয়ে ৰমলাক এবাৰ দেখা কৰি যাব লাগিব। ৰমলাহঁতৰ ইয়াত অৱস্থাপন্ন ঘৰ। গিৰিয়েকৰ নিশ্চয় প্ৰতিপত্তি আছে। তেওঁ ইফালে সিফালে খবৰ কৰি জীৱেশৰ প্ৰকৃত হত্যাকাৰী কোন বিচাৰি উলিওৱাত সহায় কৰি দিব পাৰে।

ৰমলাই সুৰেশৰ খবৰটো শুনি বৰ দুখ পালে। গিৰিয়েকেও সমবেদনা জনালে। তেওঁলোকৰ জীৱনতো অবিকল একে ঘটনা এটা ঘটি গৈছে এবছৰ মানৰ আগেয়ে। সেই কাৰণেই তেওঁলোকৰ ভাড়াঘৰত থকা পুলিচ অফিচাৰজনে সেইদিনা ৰাতিপুৱা সুৰেশৰ পুত্ৰহত্যাৰ খবৰটো নিদিয়াকৈয়ে ৰমলাৰ ওচৰৰ পৰা সুৰেশক টানি নিয়াৰ দৰে লৈ গৈছিল। তেওঁলোকৰ সৰু পুত্ৰজন এটা

বেংক ডকাইতিৰ সময়ত হোৱা গুলীয়াগুলীত আঘাতপ্ৰাপ্ত হৈ পিছত মৃত্যুমুখত পৰে। ৰমলাৰ গিৰিয়েকে সুৰেশৰ আগত সেই ঘটনাটো বিশদভাৱে বৰ্ণাওতে ৰমলা ভিতৰলৈ সোমাই গ'ল। নিশ্চয় কান্দিবলৈ অকলে অকলে।

ৰমলাৰ গিৰিয়েক সঁচাই প্ৰতিপত্তিশীল ব্যক্তি। ৰমলাই গিৰিয়েকক অনুৰোধ কৰিলে জিলা অধিকাৰীৰ ওচৰলৈ সুৰেশক লৈ যাবলৈ। গিৰিয়েকে এপইণ্টমেণ্ট ল'বলৈ ফোন কৰাত জানিব পাৰিলে তেখেত নাই। অফিচৰ কামত গুৱাহাটীলৈ গৈছে। তেখেতেই সুৰেশক কলে দৰ্খাস্ত লেখি দিবলৈ। ডি চি উভতি আহিলে তেওঁ নিজে লগ ধৰি দৰ্খাস্তখন দিব আৰু জীৱেশৰ প্ৰকৃত হত্যাকাৰী কোন, কি কাৰণে জীৱেশক হত্যা কৰিবলগীয়া হ'ল, এনে হত্যাৰে কোনে কাৰ উপকাৰ সাধিলে এইবোৰ তথ্য বিচাৰি উলিয়াবলৈ সকলো ধৰণৰ প্ৰচেষ্টা আৰম্ভ কৰিবলৈ ডি চিক নিজে অনুৰোধ জনাব। সুৰেশে অকণো চিন্তা কৰিব নালাগে।

এইবাৰ সুৰেশ গাঁৱলৈ ৰাওনা দিলে। জীৱেশৰ শ্ৰাদ্ধ সকাম এইবোৰ তাতেই সমাপ্ত কৰিব লাগিব। ককায়েকহঁতলৈ ডিব্ৰুগড় আহি পোৱাৰ দিনাই হৰেণ, অৰ্থাৎ নবীন ককাইদেউৰ ফাৰ্মাচীৰ মানুহজনৰ হতুৱাই এখন টেলিগ্ৰাম কৰাই দিয়া হৈছিল। পাইছেনে নাই বা? অৱসৰ লোৱাৰ পিছতেই ককায়েকৰ নিমন্ত্ৰণ আৰু আদেশ অনুযায়ী সুৰেশে গাঁৱৰ ঘৰলৈ গৈ বৌৱেকৰ হাতত যিটো তিতা কেঁহা ব্যৱহাৰ পালে তাৰ পৰিপ্ৰেক্ষিতত সুৰেশৰ দুনাই গাঁৱলৈ উভতি যোৱাত অকণো ইচ্ছা নাছিল। কিন্তু এতিয়া উপায় নাই। ল'ৰাটো আওমৰণে মৰিল। তাৰ আত্মাৰ শান্তিকণৰ বাবে অন্ততঃ শ্ৰাদ্ধ সকামখিনি নিজৰ সন্তুষ্টি হোৱাকৈ পাতিবই লাগিব।

চাকৰিৰ পৰা অৱসৰ পোৱাৰ আগেয়েই পেৰালিচিচ হৈ বিছনাত পৰি থকা ককায়েকে সুৰেশক গাঁৱৰ ঘৰলৈ আহি থাকি

বাবলৈ কাতৰ অনুৰোধ জনাইছিল। ককায়েকতকৈ বয়সত যথেষ্ট সৰু তেওঁৰ দ্বিতীয় পক্ষৰ পত্নীৰ বাবেই সংসাৰখনে এলাই আথানি ৰূপ লৈছিল। প্ৰথম পক্ষৰ ল'ৰা সোনটিয়ে মাহীমাকৰ অত্যাচাৰ সহিব নোৱাৰি ঘৰৰ পৰা ওলাই গৈ বেলেগে থাকিবলৈ লৈছিল। মাহীমাকৰ নিজৰ ল'ৰা দুটা মাকৰ মৰম আৰু লাই পাই পঢ়াশুনাও কৰিব নোৱাৰিলে, খেতি-বাতিও নিশিকিলে। এতিয়া গাঁৱত উদ্ভণ্ডালি কৰি ফুৰাই কাম হৈছে। আগৰ পক্ষৰ ছোৱালী লখিমীয়ে ঘৰৰ সমস্ত কাম-কাজ চম্ভালে। খেতিৰ কাম-কাজ চম্ভালে আধিত দিয়া মানুহ কেইজনে। ককায়েক বিছনাত পৰিবৰ পিছৰে পৰা ঘৰখনৰ অধোগতি আৰম্ভ হৈছে। ককায়েকে ভাবিছিল ভায়েক সুৰেশ আহি থাকিলে ঘৰখনৰ লাহে লাহে আকৌ অৱস্থা পৰিৱৰ্তন হ'ব। পুতেক দুটাই কাম-কাজত মন দিব। লখিমীৰো বিয়া বাৰুৰ চেষ্টা চলাব। আধিত খাবলৈ দিয়া মানুহ কেইজনেও খেতিবাতিৰ উপাৰ্জনত ঠগাব নোৱাৰিব। কিন্তু ভবা মতে কাম কেতিয়া ক'ত হৈছে? ভায়েক সুৰেশে চাকৰিৰ পৰা অৱসৰ লৈ চিৰস্থায়ীকৈ গাঁৱৰ ঘৰত থাকিবলৈ আহিব বুলি জনাৰে পৰা অল্পশিক্ষিতা বৌৱেকৰ গা মন অনাহক হিংসাৰ জ্বালাত দেই পুৰি জ্বলিব ধৰিলে। আগতেই সৰু ভায়েকে ঘৰৰ পৰা অন্তৰ্দ্ধান হৈ যোৱাৰ পিছত সা-সম্পত্তিৰ নিজৰ ভাগ সুৰেশক যাচি যোৱাৰ বাবে বৌৱেকৰ হিয়া মনত উমি উমি জুই একুৰা জ্বলি আছিল। যদিও সুৰেশে ইমানদিনে এইবোৰ মাটি সম্পত্তিৰ হিচাপ ল'বলৈ অহা নাই। বাহিৰে বাহিৰে চাকৰি কৰি ঘূৰি ফুৰিছে। তথাপি এতিয়া স্থায়ীভাৱে গাঁৱত আহি বহিলে সেইবোৰ মাটি সম্পত্তিৰ হিচাপ যে নল'ব তাৰ কি নিশ্চয়তা আছে। নিজৰ সেইফালে মন কাণ নেথাকিলেও গাঁৱত সিহঁতৰ শতৰু কম আছে নে? নিশ্চয় কোনোবাই নহয় কোনোবাই সুৰেশক সেইবোৰ কথা মনত পেলাই দিব।

এনেবোৰ দুচিন্তা দুভাৱনাই বৌৱেকৰ কাম-কাজ পৰিচালিত কৰিলে।

সুৰেশে বুজিব নোৱাৰিলে ককায়েকৰ সংসাৰত সহায় কৰি দিবলৈ আহি তেওঁ বৌৱেকৰ ওচৰত কি অপৰাধ কৰিলে। বৌৱেকে মাত কথাৰে নহয় কাম-কাজেৰে বুজাই দিলে যে সুৰেশে যদি গাঁৱৰ ঘৰত স্থায়ীভাৱে থাকিবলৈ খুজিছে তেনেহলে কোনদিন বৌৱেকৰ পৰা ভাল ব্যৱহাৰ নেপায়। এদিন দুপৰীয়া ক'ৰবাৰ পৰা ফুৰি-চাকি আহি সুৰেশে দেখে পাগঘৰত ভাত ঢাকি থোৱা আছে। বৌৱেক বিছনাত। মুৰৰ বিষ হেনো। লখিমীক বৌৱেকে কবিৰাজ মাতিবলৈ পঠিয়াইছে। ঢকা কাঁহীখন গুচাই সুৰেশে দেখে বুজন পৰিমাণৰ ভাতৰ লগতে ডাইল থোৱা হৈছে তিনি চামুচমান। ভাজিও তেনেকৈয়ে তেনেই অকণমান। সুৰেশে দুগৰাহমান ভাত খাই উঠি পৰিল। এদিনাখন ৰাতি শুবলৈ লোৱাৰ আগেয়ে আঠুৱা তৰিবলৈ গৈ দেখে আঠুৱাখনৰ সৰু ফুটা কেইটামান হঠাৎ ডাঙৰ হৈ গৈছে। আন এদিনাখন বেডকভাৰ গুচাই দেখে গাৰুত গিলাফ নাই, বিছনাতো চাদৰ নাই। বৌৱেকে আবেলি ধুই দিছিল হেনো, শুকুৱাই নাই। এনেকুৱা সৰুসুৱা অত্যাচাৰ সহিব নোৱাৰি সুৰেশ আকৌ চহৰলৈ উভতি যায়। তেওঁৰ ব্ৰীজ খেলা সহকৰ্মী কেইজনৰ নিৰাপদ আশ্ৰয়লৈ। জীৱেশৰ পঢ়া সাং হ'বলৈ তেতিয়া আৰু বেছি দিন নাছিল। সি চাকৰি এটা যোগাৰ কৰি ল'ব পাৰিলেই সুৰেশৰ চিন্তা নাই। বাপেক-পুতেক একেলগে থাকিব পাৰিব। এই কিছুদিন মাজতে পেঞ্চনৰ টকাকেইটা আৰু যৎসামান্য জমা পুঁজিৰে সুৰেশে অফিচৰ এসময়ৰ সহকৰ্মী হাজৰিকাৰ ঘৰত পেয়িংগেষ্ট হিচাপে কটাই দিব পাৰিব কোনো মতে; জীৱেশৰ পঢ়াশুনাৰ খৰচাখিনিৰ সৈতে।

জীৱেশৰ শ্ৰাদ্ধৰ বাবে গাঁৱৰ ঘৰলৈ গৈ পোৱাৰ পিছত সুৰেশে বৌৱেকৰ ব্যৱহাৰত যথেষ্ট পৰিৱৰ্তন লক্ষ্য কৰিলে। জীৱেশৰ

মৃত্যুৰ খবৰ আগেয়েই পাইছিল ককায়েকহঁতে। ককায়েকে বৰ দুখ কৰিলে জীৱেশৰ আগত। তেওঁলোকৰ দৰে বুঢ়া বিলাকক কণা বিধাতাই দেখা নাপায়, দেখা পায় সুৰেশৰ ঘৈণীয়েক পুতেকক। বৌৱেকেও সুৰেশক দেখুৱাই এসোঁতা কেন্দেই কান্দিলে সুৰেশে বুজি নাপালে। জীৱেশৰ শৰাধৰ কাম-কাজতো আগভাগ ল'লে। সুৰেশৰ আলপৈচান নিজেই ধৰিলে। দিনটোত কেইবাৰ চাহ লাগে নে পানী লাগে সুধি সুধি সুৰেশক ব্যতিব্যস্ত কৰি তুলিলে।

বৌৱেকৰ মতিগতিৰ এনে পৰিৱৰ্তনৰ কাৰণটো সুৰেশে শ্ৰাদ্ধৰ মাছ-চোৱনী পিছদিনাহে বুজিব পাৰিলে। দুপৰীয়া ভাত খোৱাৰ পিছত সুৰেশ অকণমান বিছনাত পৰিছিল। এনেতে তামোল এখন দিবলৈ আহি বৌৱেকে সুধিলে—হেৰি নহয়, জীৱেশক মৰাৰ কাৰণে চৰকাৰে হেনো তোমাক দুই লাখ টকা দিব ?

সুৰেশে আচৰিত হৈ সুধিলে—কোনে ক'লে ? কত শুনিলা ?

—শুনিলো আৰু। গাঁৱত বুৰ বা বাকৈ ওলাইছে কথাটো। সুৰেশে এইবোৰ তেনেই মিছা কথা বুলি বুজাবলৈ চেষ্টা কৰা স্বত্বেও বৌৱেকে সুৰেশৰ কথা মানি নল'লে। বৌৱেকে ভাবিলে সেই টকাৰ অংশ এটা বিচৰাৰ বাবেহে সুৰেশে টকা নেপাম বুলি কৈছে। ইপিনে বৌৱেকৰ দুই পুতেকে এটা ভ্ৰাম্যমান থিয়েটাৰ দলৰ পাৰ্টনাৰ হৈ সোমাব খুজিছে। একলাখ ডেৰলাখমান টকা পালে সিহঁতৰ কামত আহে। কথা বেগতিক দেখা পাই তাৰ পিছদিনাই সুৰেশ আকৌ গাওঁ এৰি চহৰ পালেগৈ।

ইমান দিনে ঘটনাৰ আকস্মিকতা, দৌৰা-দৌৰি, পৰিয়াল পৰিজনৰ খা-খবৰ ল'বলৈ মহা হুলস্থুলৰ মাজতে সুৰেশে নিজৰ অকলশৰীয়া নিঃসহায় অৱস্থাটোৰ কথা পাহৰি আছিল ইমান

দিনে। এতিয়া হাজাৰিকাৰ কোৱাটাৰৰ সৰু কোঠাটোত দিনটো অকলে অকলে শুই বহি কটাওঁতেহে সুৰেশৰ নিজৰ জীৱনৰ দয়নীয় স্বৰূপটো বেছিকৈ উপলব্ধি কৰিব ধৰিলে। তাৰ জীৱনৰ সকলো সপোন এটা এটাকৈ ভাঙি গ'ল। এতিয়া বাকী ৰৈছেগৈ এটা বিৰাট শূন্য। সুমিত্ৰা গ'লগৈ কেঞ্চাৰৰ আক্ৰমণত। সুৰেশে ভাবিছিল, সুমিত্ৰা গ'ল যাওঁক। জীৱেশ আছে। তেওঁৰ একমাত্ৰ মৰমৰ পুতেক আছে। সি পাছ কৰি ওলাব। চাকৰি বাকৰি কৰিব। বিয়া-বাৰু হ'ব ধুনীয়া মৰমীয়াল বোৱাৰী এজনী আনিব। বোৱাৰীয়েকে সুৰেশৰ আলপৈচান ধৰিব। লাহে লাহে সংসাৰলৈ নাতি-পুতি আহিব। কেঁচুৱাৰ খিল খিল হাঁহি অথবা কান্দোনে ঘৰখন ভৰাই তুলিব। কিমান সপোন আছিল সুৰেশৰ। সকলো ভাঙি চুৰমাৰ হৈ গ'ল।

অসমৰ ৰাজনৈতিক আকাশত দেখা দিয়া ক'লা মেঘবোৰে বিজুলী-গাজনী ধুমুহা বৰষুণেৰে তাৰ কল্পনাৰ সংসাৰখনৰ পৰা সকলো সপোন নিকাকৈ উটুৱাই লৈ গ'ল বানপানীয়ে নিয়াদি। এতিয়া যেন সি এটা ধ্বংসস্তূপৰ মাজত অকলশৰে থিয় হৈ আছে। দুচকুত তাৰ কোনো সপোন নাই, কোনো আশা নাই, আনকি চকুপানীও নাই। তাৰ হিয়া যেন বিষাদৰ এচিডেৰে প্ৰস্তৰীভূত শিলাত পৰিণত হৈছে।

অসমত এতিয়া কিমানটা উগ্ৰপন্থী দলৰ দৌৰাত্ম্য। প্ৰায় পয়ত্ৰিশ বছৰীয়া কংগ্ৰেছী কু-শাসনৰ পিছত যোৱা তিনি-চাৰি বছৰৰ ৰাজ্যিক জাতীয়তাবাদী দলৰ নিস্কৰ্মা শাসনৰ ফলত ৰাইজ জুৰুলা জুপুৰা হৈ উঠিছে। চাৰিওপিনে দুনীতি, কৰাপচন। চাকৰি বাকৰি নাই। মূল্যবৃদ্ধিৰো কোন বিৰাম নাই। বিভিন্ন ঠাইত বিভিন্ন জনগোষ্ঠীৰ নিজস্ব সমস্যাবোৰৰ সুবিধালৈ স্বাৰ্থপৰ ৰাজনীতিয়ে মূৰ দাঙি উঠিছে। অসমখন ফালি ছিৰাছিৰ হোৱাৰ উপক্ৰম। এনে অস্থিৰতাৰ সুযোগলৈ অসংখ্য উগ্ৰপন্থী

ধলে মূৰ তুলি উঠিছে। অ'ত ডকাইতি, ত'ত কিডনেপিং, ক'ত হত্যা, ক'ত বলাৎকাৰ। এইবোৰ নিত্যনৈমিত্তিক ঘটনা হৈ পৰিছে। এনে এটা ঘটনাতে মৃত্যু হ'ল সুৰেশৰ একমাত্ৰ পুত্ৰ জীৱেশৰ। মাজনিশা এন্ধাৰত কোনোবাই তাক হোষ্টেলৰ পৰা তুলি লৈ গ'ল। দুদিন পিছত অদূৰৰ পুখুৰী এটাত আবিষ্কৃত হ'ল তাৰ মৃতদেহ। কোনে তাক হত্যা কৰিলে জানিব পৰা নগ'ল। লগে লগে পুৰি ছাৰখাৰ হৈ গ'ল সুৰেশৰ সকলো সপোন। এতিয়া সুৰেশ, সুৰেশ নহয়, সুৰেশৰ ভগ্নাবশেষ।

জীৱেশৰ অপমৃত্যুৰ দুখটো হাজৰিকাৰ কোৱাটাৰতেহে সুৰেশে বেছিকৈ উপলব্ধি কৰিব পাৰিলে। তেওঁ জীৱনৰ কোনো দৰকাৰী কাম বাকী নৰ'লগৈ। এতিয়া তেওঁ কাৰ বাবে জীয়াই থাকিব? সুমিত্ৰা নাই, জীৱেশো নাই। ব্ৰীজ খেলাতো মন নবহে আজিকালি। কল দিবলৈ গৈ প্ৰায়েই ভুল কৰি পেলোৱা হয়। মেধি, শইকীয়া, হাজৰিকাহঁতে সুৰেশৰ মনৰ অৱস্থাৰ কথা জানে বাবেহে একো নকয়। আন সময়ত হোৱা হ'লে খেলাখন নষ্ট কৰা বুলি তেওঁলোকে নিৰ্বিবাদে গালি পাৰিলেহেঁতেন, সুৰেশৰ ভুলবোৰৰ কাৰণে।

এনেতে ডিব্ৰুগড়ৰ পৰা শইকীয়াৰ চিনাকী পুলিচ অফিচাৰজনে খবৰ পঠিয়ালে। হত্যাকাণ্ডৰ এটা সৰু সূত্ৰ পোৱা গৈছে। সুৰেশৰ ইচ্ছা থাকিলে তদন্তৰ অগ্ৰগতিৰ বুজ ল'বলৈ ডিব্ৰুগড়লৈ এটা পাক মাৰিলেও মাৰিব পাৰে। মেধিহঁতে পৰামৰ্শ দিলে যে ডিব্ৰুগড়লৈ যোৱাৰ আগেয়ে কেউখন বাতৰি কাকতত এই বিষয়ে খবৰ বাতৰি ওলালে, ইমান দিনে হত্যাকাণ্ডটোৰ কেলেই কোনো এটা মীমাংসা কৰিব পৰা নাই পুলিশে, এই ধৰণৰ পুলিচী গাফিলতীৰ কৈফিয়ৎ বিচৰাৰ নিচিনাকৈ কোনো বা-বাতৰি ওলালে পুলিচে অলপ বেছি গুৰুত্ব সহকাৰে তদন্ত চলাব। কোনে জানে হয়তো আচল অপৰাধীকো বিচাৰি উলিয়াব পাৰে যদিহে

ৰাজনৈতিক উচ্চ মহলৰ পৰা প্ৰলিচৰ ওপৰত কোনো ধৰণৰ চাপ সৃষ্টি কৰা নহয়।

বাৰ্তাৰ কাকতৰ সম্পাদকজনক লগ ধৰি হাজৰিকাৰ কোৱাৰ্টাৰলৈ উভতি আহি সুৰেশে দেখে বৌৰেক গাঁৱৰ পৰা আহি অপেক্ষা কৰি আছে। লগত লখিমী। হাজৰিকাৰ ঘৈণীয়েকে আদৰ আপ্যায়ন ভালেই কৰিছে। সুৰেশে খা-খবৰ লোৱাৰ বাবে ৰহিল। কিহৰ বাবে সুৰেশক বিচাৰি চহৰ পাইছেহি বৌৰেকে সেয়া জানিবলৈ উৎসুক হৈ পৰিল। বৌৰেকে সুৰেশক ড্ৰইংৰুমৰ পৰা নিজৰ কোঠালৈ লৈ গ'ল। সেই একেই দুই লাখ টকাৰ সপোন দেখি সুৰেশক বিচাৰি আহিছে বৌৰেকে। দুপৰীয়াৰ পৰা আবেলিলৈকে পেৰিপেৰি আমনি কৰি নোৱাৰি এসময়ত বৌৰেকে প্ৰস্তাৱ দিলে যে টকা নেলাগে, সুৰেশে নিজৰ মাটি-বাৰীখিনি ককায়েক বৌৰেকৰ পুতেক দুজনৰ নামত লেখি দিয়ক। এতিয়াতো আৰু মাটিবাৰী টকা পইচাৰ সুৰেশৰ কোনো প্ৰয়োজন নাই। সুৰেশৰ সাংঘাতিক খং উঠিছিল। অইনৰ ঘৰত, হাজৰিকাৰ ঘৈণীয়েকৰ সন্মুখত কোনো ধৰণৰ অপ্ৰিয়কৰ পৰিস্থিতিৰ উদ্ভৱ নহওক বুলিয়েই সুৰেশে খংটো দমাই ৰাখিলে আৰু বৌৰেক আৰু লখিমীক বাছষ্টেণ্ডলৈ লৈ যাবলৈ অ'টো এখনত উঠাই থৈ আহিলগৈ।

ডিব্ৰুগড়ত আকৌ সুৰেশ নবীন ককাইদেউৰ ঘৰত উঠিলগৈ। যদিও ব্যৱহাৰ-পাতি তিমান আন্তৰিক নয়, তথাপি হোটেলত গৈ উঠিবলৈ অসুবিধা। খৰচ পাতিৰো কথা আছে আৰু বৌৰেকৰ ব্যৱহাৰ ভালেই। মাথো জিতু আৰু নবীন ককাইদেৰেহে বেছি ঘনিষ্ঠ হ'ব নোখোজে।

শইকীয়াৰ চিনাকি প্ৰলিচ অফিচাৰজনৰ পৰা খবৰ পোৱাৰ

চাৰিদিন পিছতহে সুৰেশ ডিব্ৰুগড় পালেগৈ। পুলিচ অফিচাৰজনক ৰাতিপুৱা ঘৰতে লগ ধৰো বুলি গৈ সুৰেশে দেখিলে, তেওঁলোকৰ ঘৰত তলা মৰা। সুৰেশে অফিচাৰজনৰ কি হ'ল, ক'লৈ গ'ল খবৰটো জানিবলৈ ভাড়াঘৰৰ মালিক অৰ্থাৎ ৰমলাহঁতৰ ঘৰৰ কলিং বেল টিপিলেগৈ। তাত জানিব পাৰিলে অফিচাৰজন হঠাৎ এটা জৰুৰী কামত নিজৰ ঘৰলৈ যাবলগীয়া হৈছে। পৰাহি চথাদিনামানে উভতিব। ৰমলাই সুৰেশক আথেবেথে বহুৱালে। খবৰ বাৰ্তাৰি ললে। পুতেকৰ হত্যাৰ কেচটোৰ পুলিচী তদন্ত আগবাঢ়িছেনে নাই সুধিলে। অলপ পৰ কথা পাতি উঠি ৰমলাই ভিতৰলৈ উঠি গ'ল। সুৰেশে ভাবিলে ৰমলাজনী আগৰ দৰেই ধুনীয়া হৈ আছে। মাথো খীনাইছে যথেষ্ট। কিবা বেমাৰ চেমাৰত পৰিছে নেকি? এনেতে ৰমলাৰ গিৰিয়েক ভিতৰৰ পৰা আহি বহিলহি। ইটো সিটো কথা পতাৰ পিছত ৰমলাও আহি বহিল। চাহ একাপ আৰু কেক দুটুকুৰা প্লেট এখনত সুৰেশৰ পিনে আগবঢ়াই দিলে।

ৰমলাৰ গিৰিয়েকে সুৰেশৰ দৰ্খাস্তখনৰ সৈতে ডি চি-ক লগ পোৱাৰ বিশদ বৰ্ণনা দিলে আৰু সুৰেশ যে ৰমলাৰ এসময়ত তেনেই ওচৰৰ মানুহ আছিল আৰু ইমান দিনৰ মূৰত আকৌ লগ পাই ৰমলাই কিমান সন্তোষ পাইছে তাকো জনালে। ৰমলাই আগ্ৰহ কৰিলে সুৰেশে ৰাতিৰ সাজ ভাত সিহঁতৰ ঘৰতে খাব লাগে বুলি। গিৰিয়েকেও ৰমলাৰ উৎসাহতে সন্মতি জনালে। ঠিক হ'ল, দিনটো সুৰেশে নিজৰ কামত পুলিচ থানা, হোষ্টেল আৰু ক'ত ক'ত যায় যাওঁক। গধূলি ড° নবীন চৌধুৰীৰ ঘৰৰ পৰা সুৰেশক ৰিমলাৰ গিৰিয়েকে গাড়ীৰে আগবঢ়াই আনিবগৈ আৰু ৰাতিৰ সাজ ৰমলাহঁতৰ ঘৰতে খাব সুৰেশে।

শইকীয়াৰ চিনাকি পুলিচ অফিচাৰজনে কোনটো নতুন সূত্ৰৰ কথা জনাইছিল থানাত তদন্তকাৰী অফিচাৰজনে একো ক'ব

নোৱাৰিলে। জীৱেশৰ হত্যাৰ তদন্তৰ কাম বিশেষ একো আগবঢ়া নাই। চাৰি-পাঁচজন মান ব্যক্তিৰ আকৌ জবানবন্দী লোৱা হৈছে। কিন্তু বিশেষ ফলপ্ৰসূ হোৱা নাই। হোষ্টেললৈ গৈও বিশেষ একো কাম নহ'ল। শিক্ষকসকল বা জীৱেশৰ লগৰ ছাত্ৰবোৰে কিবা জানিলেও সুৰেশক একো জনাব নিবিচাৰে যেন লাগিল। নিৰাশ হৈ সুৰেশ আবেলি পৰত ঘৰলৈ উভতি আহিল।

গধূলি সাতটামান বজাত গাড়ী আহিল। সুৰেশে বৌৱেকক মাত লগাই ৰমলাহঁতৰ ঘৰ পালেগৈ। বৌৱেকক জনাই থৈ গ'ল ৰাতি ওভতোতে পলম হ'ব পাৰে। ৰমলা আৰু গিৰিয়েক সুৰেশৰ বাবেই বৈ আছিল। অলপ পৰ কথা পতাৰ পিছত ৰমলা উঠি গ'ল ভিতৰলৈ। খুবসম্ভৱ পাগঘৰত তদাৰকিৰ বাবে। অলপ পিছতে গিৰিয়েকে সুৰেশক সুধিলে—আপুনি ড্ৰিংক্‌চ লয়নে ?

মাজে মাজে সঙ্গদানৰ বাবে কাচিৎ কেতিয়াবা মদ খায় বুলি জনাৰ পিছত গিৰিয়েকে সুৰেশক একাষৰ লাইব্ৰেৰীৰ দৰে কোঠা এটালৈ গ'ল। কোঠাটোৰেই এটা আলমিৰা খুলি গিৰিয়েকে সুধিলে—কি খাব ? হুইস্কী, ব্ৰাণ্ডী নে আন কিবা ?

অলপ পিছতে কাম কৰা ল'ৰা এজনে বৰফ, পানীৰ জাগ, গিলাচ আৰু অলপ কাজু বাদাম ভজা দি গ'ল। ৰমলাৰ গিৰিয়েক অলপ খায়েই দাৰ্শনিকৰ দৰে কথা ক'বলৈ আৰম্ভ কৰিলে। ব্যক্তিগত ট্ৰেজেডী আৰু জীয়াই থকাৰ অসাৰতা। সুৰেশে বন্ধুত্বৰ খাতিৰত ভদ্ৰতা কৰিবলৈকে তেওঁক সুধিবলৈ বাধ্য হ'ল—এনেকুৱা আৰ্থিক সচ্ছলতা, ঘৰ-দুৱাৰ, সুগৃহিণী, ল'ৰা-ছোৱালী থকা সত্ত্বেও তেখেতৰ কিহৰ ট্ৰেজেডী ? ট্ৰেজেডী সুৰেশৰহে। আৰ্থিক স্বচ্ছলতা নাই, চাকৰি নাই, পত্নী স্বৰ্গগতা, একমাত্ৰ পুত্ৰেক

হত্যা কৰা হৈছে, জীয়াই থকাৰ অৰ্থ সুৰেশৰহে থাকিব নেলাগে।

লাহে লাহে ৰমলাৰ গিৰিয়েকে তেওঁৰ দুখ-কষ্টৰ কথা কব ধৰিলে। সৰু পুতেকৰ অপমৃত্যুৰ কথা সুৰেশে জানেই। বেঙ্ক ডকাইতিত গুলি লাগি মৃত্যুমুখত পৰা ঘটনা। ডাঙৰ পুতেকে আমেৰিকাত ডাঙৰ চাকৰি কৰে 'নাচা'ত। কাম-কাজতেই, গৱেষণাই নিজৰ সমস্ত শক্তি, সমগ্ৰ সময় লগাই দিছে। মাক-দেউতাকে বিয়া-বাৰু কৰাবলৈ কৈ কৈ পুতেকক মনাব পৰা নাই। বয়স এতিয়া চল্লিচৰ ওচৰ পাইছেগৈ। জীয়েকৰ বিয়া হোৱা দহ বছৰ হ'ল। কিন্তু এতিয়ালৈকে মাক হ'ব পৰা নাই। গিৰিয়েকে ডাইভৰ্চ কৰি আন এঠাইত বিয়া কৰোৱাৰ কথা পাতি আছে বুলি জানিবলৈ পোৱা গৈছে। আটাইতকৈ ডাঙৰ কথা হ'ল ৰমলাৰ মাৰাত্মক ডাঙৰ অসুখ। এবাৰ কিডনী ট্ৰেন্সপ্লাণ্ট কৰা হৈছিল। জীয়েকৰ কিডনী লগাই দিয়া হৈছিল। আন কাৰো কিড্নী দিব পৰা নেযায়। নিমিলে। কিন্তু মাদ্ৰাজৰ ডাক্তৰে কোৱামতে দুই আঢ়ৈ বছৰৰ পিছত আকৌ কিড্নী সলাবলগীয়া হ'ব পাৰে। সেয়া ডেৰ বছৰ আগৰ কথা আৰু এটা কিড্নী ইমান সহজে ক'ত পোৱা যায়? দুয়ো এনেকৈ ইজনে সিজনৰ দুখৰ ভাগলৈ বহুপৰ একেলগে বহি ৰ'ল। এসময়ত প্ৰায় দহমান বজাত ৰমলাই দুয়োকে মাতি লৈ গ'ল ভাত খাবলৈ।

ডাক্তৰ নবীন চৌধুৰীৰ ঘৰলৈ ৰাতিখন আগবঢ়াই দিবলৈ ৰমলাৰ গিৰিয়েক নিজে আহিল। গোটেই সময়খিনি ইটো সিটো কথাপাতি আছিল যদিও সুৰেশৰ মন হিয়া আচ্ছন্ন কৰি ৰাখিছিল ৰমলাৰ সেই সাংঘাতিক খবৰটোৱে। কিছুদিনৰ ভিতৰতে আন এটা কিড্নী সলাই লগাই দিব নোৱাৰিলে ৰমলাৰ মৃত্যু আসন্ন। ডাক্তৰৰ ঘৰত সুৰেশক গাড়ীৰে নমাই দিয়াৰ আগমুহূৰ্তত সুৰেশে ৰমলাৰ গিৰিয়েকক নিজৰ সেই অদ্ভুত ইচ্ছাটোৰ কথা খোলাখুলিকৈ

কৈ পেলালে। সুৰেশে নিজৰ কিডনী এটা ৰমলাক দিবলৈ ৰাজী আছে। যদি ব্লাড গ্ৰুপ, টিচু আদি মিলি যায় তেনেহলে কথাই নাই। গিৰিয়েকে এই বিষয়ে সুৰেশক আকৌ ভালকৈ ভাবি চাবলৈ ক'লে। গিৰিয়েকে অৱশ্যে এইটোও উল্লেখ কৰিলে যে কথাটো তেওঁ নিজেই সুৰেশৰ আগত উলিওৱাৰ কথা ভাবিছিল। কিন্তু মুখ লজ্জাৰ খাতিৰত নীৰৱে আছিল।

ডাক্তৰ চৌধুৰীৰ ঘৰৰ দুৱাৰ খুলি দিলে ললিতাই। বৌয়েকে বিছনাত। ডাক্তৰ হচ্পিটেললৈ গৈছে। আজি উভতি নাহিবও পাৰে।

ৰমলাহঁতৰ সংসাৰৰ দুখবোৰ, কষ্টবোৰ সুৰেশৰ মনত পৰি থাকিল। ৰাতি বহুপৰলৈ তেওঁৰ টোপনি অহা নাছিল। ৰাতি কেইটা বাজিছিল ক'ব নোৱাৰাকৈয়ে সুৰেশে এবাৰ বাথৰুমলৈ যাবলৈ কোঠাৰ পৰা ওলাই আহিলে। বাহিৰত ওলায়েই এপিনৰ পৰা উচুপনিৰ শব্দ শুনা যায়। সুৰেশে উচুপনিৰ উৎস বিচাৰি গৈ দেখা পায় যে চিঁৰিৰ ওচৰৰ সৰু কোঠাটোত ললিতাই উচুপি আছে। সুৰেশ বৰ প্ৰকৃতিস্থ অৱস্থাত নাছিল বাবেই নেকি নভবা নিচিন্তাকৈ কোঠাটোৰ দুৱাৰখন খুলি দিলে। কোঠাটোৰ ভিতৰত ললিতা আৰু জিতু। সুৰেশে সুধিলে,

—জিতু, এই ৰাতিখন ললিতাৰ কোঠাত কি কৰিছাহি ?

—মই যিহকে নকৰো কিয়, আপুনি ইয়াত কি কৰিবলৈ আহিছে ?

—ভালকৈ কথা কবা জিতু, ডাঙৰৰ লগত কেনেকৈ কথা কয় এতিয়াও শিকা নাই ?

—ডাঙৰ মানুহে নিজৰ সন্মান বচাই চলিব জানিব লাগে। মদ খাই মাতলামি কৰিবলৈ ঠাই পোৱা নাই? যাওক নিজৰ কোঠাত শুই থাককগৈ। কাৰো আগত এইবিলাক নক'ব। ক'লে, মই কম আপুনি বেয়া মতলব লৈ ললিতাৰ কোঠালৈ আহিছিল।

সুৰেশে বৰ লাজ পাই গ'ল। মদ খোৱা কথাটো জিতুৱে জানিলে কেনেকৈ? নিশ্চয় গোন্ধ পাইছে। সুৰেশে কথা নবঢ়াই উভতি আহিল। ললিতাক তাইৰ নিজৰ ভাগ্যৰ ওপৰত সঁপি থৈ। সুৰেশে নিজৰ কোঠাত সোমোৱাৰ পিছতেই বৌৱেকৰ বেডৰুমৰ দুৱাৰ খোলাৰ শব্দ শুনা পালে। সুৰেশে ভাবিলে শুই থকাই বুদ্ধিমানৰ কাম হ'ব। অইনৰ সংসাৰৰ লেটিপেটিত সোমাই কি লাভ?

পিছদিনা ৰাতিপুৱা ব্ৰেকফাষ্ট টেবুলত বৌৱেকক বৰ চিন্তাগ্ৰস্ত যেন লাগিল। নবীন ককাইদেউ উভতি অহাই নাই। ৰাতিপুৱা ফোন কৰিছিল। দুপৰীয়ালৈহে আহিব পাৰিব হেনো। ব্ৰেক- ফাষ্ট শেষ হোৱাৰ পিছত চাহৰ কাপ আগবঢ়াই বৌৱেকে ক'লে—

—সুৰেশ, মই বৰ চিন্তাত পৰিছো। তুমিহে মোক উদ্ধাৰ কৰিব পাৰিবা।

—কি হ'ল বৌ? মই কি সহায় কৰিব পাৰে?

—সুৰেশ, তুমি ললিতাক তোমাৰ লগত লৈ যাবা, এইবাৰ যাওঁতে। তাই তোমাৰ সকলো কাম কৰি দিব পাৰিব। ঘৰৰ কাম তাই সকলোবোৰ জানে।

—কিন্তু কেলেই বৌ? আপোনাৰ জানো অসুবিধা নহ'ব— তাই নেথাকিলে?

—তাই নেথাকিলে বিমান অসুবিধা হ'ব তাই থাকি মোৰ তাতকৈ বেছি অসুবিধা কৰিব ধৰিছে। তুমি নেজানা তাও জুৰি নেথাকিবা। তুমি যোৱাৰাতি ললিতাৰ কোঠালৈ যোৱাৰ কথা মই গম পাওঁ। এই ললিতাজনীৰ বাবে জিতুটো অসভ্য হৈ যাব ধৰিছে। আমাৰ গাৱঁৰে কেও-কিছু নোহোৱা ছোৱালী দেখি ললিতাক লৈ আহিছিলো। বোলো আমাৰ ঘৰতে থাকিব, কাম-কাজ শিকিব। সময় হ'লে ল'ৰা-চ'ৰা এটা চাই বিয়া দি দিম। কিন্তু এইখন বেমেজালি হ'ব বুলি কোনে জানে? নিবানে তুমি তাইক?

—ভাবি চাও বাৰু।

এনেতে বাগানত কাম কৰি থকা মালীজনে বৌৱেকক এটা লেফাফা দিলেহি। বৌৱেকে পঢ়ি চাই লেফাফাটো সুৰেশৰ পিনে আগবঢ়াই দিলে—তোমাৰ চিঠি।

চিঠিখনত কোনো সম্বোধন নাই। কাৰো চহীও নাই। মাথোঁ লেখা আছে—জীৱেশৰ হত্যাৰ কাৰণ জানিব বিচাৰিলে তলৰ ঠিকনালৈ আহিব। লগত পাঁচ হেজাৰ টকাও আনিব এটা কাপোৰৰ মোনাৰ ভিতৰত। অহা ৰবিবাৰে দিনৰ ন বজাত। পুলিচক খবৰ নিদিব। দিলে বিপদ আছে।

—তুমি এতিয়া কি কৰিবা সুৰেশ।

সময়ত চিঠিৰ নিৰ্দেশমতেই সুৰেশ ডিব্ৰুগড়ৰ পৰা তিনি মাইলমান দূৰৰ চাহ বাগিচাখনলৈ সোমাই যোৱা সৰু ৰাস্তাটোৰ ওচৰতে থকা সৰু মন্দিৰটোৰ ওচৰ পালেগৈ। নটা বজাত গৈ পাবলৈ নিৰ্দেশ দিয়া আছিল। সুৰেশ আধা ঘণ্টা আগতেই গৈ

পালেগৈ। জীৱেশৰ মৃত্যুৰ সঁচা মিছা কাৰণ এটা আজি জানিব পৰা যাব।. অপেক্ষাত সুৰেশ বহি ৰ'ল। অকলে অকলে বহি থাকোতে যোৱা তিনি চাৰিদিনৰ ঘটনাবোৰ তেওঁ আকৌ জুকিয়াই চালে। কেইদিনমান আগলৈকে সুৰেশৰ জীয়াই থকাৰ কোনো অৰ্থ নাছিল। পত্নীয়ে সুৰেশক কেতিয়াবাই এৰি থৈ গৈছিল। একমাত্ৰ পুত্ৰৰো অকালমৃত্যু ঘটিল। তেওঁৰ জীয়াই থকাৰ বাবে কোনো অৱলম্বন নেথাকিল। অথচ এতিয়া এই নিৰৱচ্ছিন্ন দুখৰ মাজতো সুৰেশ তিনিটা পৰিয়ালৰ বাবে উদ্ধাৰকৰ্তাৰ ৰূপ ল'ব পাৰে। যদি সুৰেশে ইচ্ছা কৰে।

ইচ্ছা কৰিলেই সুৰেশে নিজৰ সা-সম্পত্তি বৌৱেকৰ কথামতে তেওঁৰ দুই পুতেকৰ নামত লেখি দিব পাৰে। ইচ্ছা কৰিলেই ৰমলাৰ বাবে তেওঁৰ কিডনী এটা দান কৰি ৰমলাক পুনৰ্জীৱন দান কৰিব পাৰে। ইচ্ছা কৰিলেই ললিতাক স্থানান্তৰিত কৰি বৌৱেকক জিতু সম্পৰ্কীয় দুশ্চিন্তাৰ পৰা উদ্ধাৰ কৰিব পাৰে।

এনেতে লাহে লাহে অহা মটৰচাইকেল এখন সুৰেশৰ ওচৰতে ৰৈ গ'ল। চালকজনে ননমাকৈয়ে সুধিলে—আপুনি জীৱেশৰ দেউতাক নেকি ?

সুৰেশে মূৰ দুপিয়ালে। চালকজনে আকৌ কলে—মোনাটো দিয়ক।

সুৰেশে মোনাটো আগবঢ়াই দিলে। মোনাটো পিছৰ চীটত বহি থকা এজনে সুৰেশৰ হাতৰ পৰা থপিয়াই লৈ যোৱাৰ দৰে লৈ গ'ল। লগে লগে চালকজনে সুৰেশে তকিব পোৱাৰ আগেয়ে জোৰেৰে চলাই লৈ গুচি গ'ল। সুৰেশে কথাটো তেতিয়াহে তকিব পাৰিলে। টকাখিনি লৈ মটৰ চাইকেলখন পলাল। সুৰেশে সম্বিৎ ওভোতাই পোৱাৰ লগে লগে 'ৰখোৱা ৰখোৱা' বুলি মটৰ চাইকেলখনৰ পিছে পিছে দৌৰিলে। অলপদূৰ যোৱাৰ পিছতে

শিল এটাত উজুটি খাই সুৰেশে মুখথেকেচা দি ৰাস্তাতে হামখুৰি খাই পৰি গ'ল। নিৰ্জন ৰাস্তাটোত সুৰেশক সহায় কৰোতা কোনো নাই। সুৰেশ পৰিয়েই ৰ'ল।

অলপ পিছত ওলোটা পিনৰ পৰা অহা ফিয়েট গাড়ী এখন বৈ গ'ল সুৰেশৰ ওচৰত। গাড়ীখনৰ পৰা দুজন ডেকাল'ৰা নামি আহিল। তেওঁলোকে সুৰেশক দাঙি থিয় কৰাই দিলে আৰু ফিয়েটখনত বহিবলৈ নিৰ্দেশ দিলে। সুৰেশ লাহে লাহে গৈ পিছৰ চীটত বহিল। এনে সময়তে টকাৰ মোনাটো কাঢ়ি লৈ যোৱা ডেকা দুজনে চলোৱা মটৰচাইকেল খনো ওলোটা পিনৰ পৰা সেইখিনি আহি পালেহি। গাড়ীৰ চালকে মটৰচাইকেলৰ ডেকা দুজনক সুধিলে—

—ঠিক আছেনে ?

—ঠিক আছে। পুৰা পাঁচ।

গাড়ীৰ চালকজনে ষ্টাৰ্ট দিলে। সুৰেশৰ ওচৰতে বহি-থোৱাজনে সুৰেশক সুধিলে—কওকচোন আপুনি কি জানিব বিচাৰে ?

গাড়ীখন কোন পিনে গৈ থাকিল সুৰেশে ধৰিব নোৱাৰিলে। এইবোৰ ঠাই সুৰেশে চিনি নেপায়।

**উপসংহাৰ**

মোৰ ভাইটি এজন ডিব্ৰুগড়ৰ হস্পিটেলত চিকিৎসাধীন হৈ আছিল। যিহেতু আমাৰ পৰিয়ালত একমাত্ৰ মোৰেই নিয়মীয়া চাকৰি নাই ; টিউচন আৰু সাংবাদিকতা কৰিয়েই চলাওঁ, গতিকে মাক লগত লৈ ময়েই ভাইটিৰ চিকিৎসাৰ বাবে ডিব্ৰুগড়লৈ যাব-লগীয়া হ'লো। এদিন মই মাজতে যাব পৰা নাছিলো হস্পিটাললৈ। এদিন বিৰতিৰ পিছত আবেলি ভাইটিৰ খবৰ লবলৈ যাওঁতে

ভাইটিয়ে কাষৰ বিছনাখনলৈ আঙুলিয়াই বেমাৰীজনৰ চিনাকি দিলে। মানুহজনৰ গালে মুৰে বেণ্ডেজ। অচেতনহৈ পৰি আছে অথবা শুই আছে। মই ওচৰলৈ গৈ মাত লগালো—চিনি পাইছেনে? গুৱাহাটীৰ বাতৰি কাকতৰ অফিচত আপোনাক লগ পাইছিলো। আপুনি আপোনাৰ ল'ৰাৰ হত্যাৰ সম্পৰ্কে খবৰ এটা ছপাবলৈ অনুৰোধ কৰিছিল—

মানুহজনৰ চকু দুটা মেল খালে। আকৌ জাপ খাই গ'ল। মুখেৰে একো কথা নক'লে। মই আকৌ ভাইটিৰ ওচৰলৈ উভতি আহিলো। মই তাকেই সুধিলে—তই কিবা জাননে? কোনে মানুহজনৰ এই অৱস্থা কৰিলে—বা তেওঁৰ পুতেকজনৰ হত্যাকাণ্ডৰ কিবা শুং সূত্ৰ ওলালনে?

—অলপ অলপ জানো। যোৱা ৰাতি বহুপৰ টোপনি যোৱা নাছিল। তেতিয়া মানুহজনক সুধি সুধি অলপ কথা গম পাইছো।

—ক চোন ক—কি হৈছিল?

—মানুহজনক উগ্ৰপন্থী দল এটাৰ সদস্য কিছুমানে পুতেকৰ হত্যাৰ সম্ভেদ দিম বুলি এঠাইলৈ মাতি লৈ যায়। তাৰ পিছত জানিবলৈ দিয়ে যে তেওঁৰ ল'ৰাজনে সেই উগ্ৰপন্থী দলটোৰ গোপন সদস্য আছিল। আনপিনে কৰ'বাত গানৰ ফাংছনত লগ পোৱা জনজাতীয় ছোৱালী এজনীৰ লগত তাৰ ইতিমধ্যে প্ৰেমৰ সম্পৰ্ক গঢ়ি উঠিছিল। সেই জনজাতিৰ বেছিভাগ মানুহেই সিহঁতৰ উগ্ৰপন্থী দলটোৰ কাম-কাজৰ বিৰোধিতা কৰিছিল। তেওঁলোকৰো এটা সংগঠন আছে। সেই সংগঠনে ল'ৰাজনৰ প্ৰেমিকাজনীৰ হতুৱাই ল'ৰাজনৰ পৰা উগ্ৰপন্থী দলটোৰ কিছুমান ভিতৰুৱা তথ্যপাতিৰ খবৰ পাইছিল বুলি দলৰ ওপৰমহলে সন্দেহ কৰিছিল। ল'ৰাজনক দলৰ পৰা নিৰ্দেশ দিয়া হৈছিল জনজাতীয় ছোৱালীজনীৰ লগত

সকলো সম্পৰ্ক ত্যাগ কৰিবলৈ। কিন্তু ল'ৰাজনে দলৰ নিৰ্দেশ মানি ল'ব নোখোজাত তাক মৃত্যুদণ্ড দিয়া হয়। দলৰ সৈতে বিশ্বাসঘাতকৰ কোনো ক্ষমা নাই হেনো।

—কিন্তু মানুহজনক এনেকৈ আধামৰাকৈ মাৰিলে কোনে ?

—শুনচোন মই কথাবিলাক কওঁ। মানুহজনে হেনো ইয়াৰ পিছত সেই জনজাতীয় ছোৱালীজনীক লগ পাবলৈ ইচ্ছা কৰে। তেওঁৰ পুতেকক শেষ জীৱনত মৰম দিয়া সেই জনজাতীয় ছোৱালী-জনীক লগ ধৰি আশীৰ্বাদ যাচিবলৈ তেওঁৰ মনত হেনো এটা অদ্ভুত ইচ্ছা জন্মিছিল। উগ্ৰপন্থী দলটোৰ ল'ৰা কেইজনে তেওঁক জনজাতীয় ছোৱালীজনীৰ গাঁৱলৈ লৈ যাব খোজা নাছিল। কাৰণ দুই দলৰ মাজত সংঘৰ্ষ অ'ত ত'ত তেতিয়াও লাগিয়েই আছিল। তথাপি দেউতাকৰ সনিৰ্বন্ধ অনুৰোধত তেওঁক গাঁৱৰ সীমাত নমাই থৈ আহিবলৈ ল'ৰা কেইজন ৰাজী হয়।

—তাৰ পিছত কি হ'ল—কোনে মাৰিলে মানুহজনক উগ্ৰপন্থী দলটোৱে নে জনজাতীয়বোৰে ?

—তাৰ পিছত কি হ'ল গম নাপালো।

—কেলেই ?

—কেলেই মানে—ৰাতি মোক স্লিপিং টেবলেট খুৱাই আছে এই কেদিন। দেউতাকৰ গল্প শুনি থাকোতে থাকোতে মোৰ টোপনি আহি গ'ল। তাৰ পিছত যদি কিবা কৈছিলো মানুহজনে মই শুনা নেপালো, শুই থাকিলো। আজি ৰাতিপুৱাতে মানুহ-জনক এটা অস্ত্ৰোপচাৰৰ বাবে লৈ যায়। এতিয়া অৱস্থাটো দেখিছই। কথাই কব নোৱাৰে।

—ঠিক আছে বাবু। তই কিন্তু চাঞ্চ পালেই বাকীখিনি কথা

জানি থাব। এওঁৰ কথা মই বাত্তাবকাকতত ৰিপটিং কৰিব লাগিব। কাইলৈ আঁহোতে চ'ব কথা কব।

*　　*　　*

পিছদিনা হস্পিটেললৈ গৈ দেখো মানুহজনৰ অৱস্থা আগতকৈ বেয়াহে হৈছে। মানুহজনৰ বিছনাৰ আশে পাশে চিন্তাগ্ৰস্ত মানুহৰ ভিৰ। বিছনাৰ মূৰ শিতানৰ ওচৰত টুলত বহি থকা বয়সীয়া মলিয়ন কাপোৰ কানি পিন্ধা মানুহ এগৰাকীয়ে উচুপি আছে। তেওঁৰ ওচৰতে এজন ডেকা ল'ৰা থিয়হৈ আছে। অলপ দূৰত আৰু এগৰাকী বয়স্কা মহিলা, এখেত নিশ্চয় চহৰৰ আঢ্যৱন্ত ঘৰৰ বোৱাৰী। বেশভূষাত পাৰিপাট্য আৰু সুৰুচিৰ ছাপ। দূৰত পুলিচ অফিচাৰ এজনৰ ওচৰত আন এগৰাকী ধনী ঘৰৰ বয়স্কা মহিলা। ভাইটিয়ে এজন এজনকৈ তেওঁলোকলৈ আঙুলিয়াই মোক চিনাকি কৰি দিবলৈ ধৰিলে। ওচৰতে বহি কান্দি থকা গৰাকী মানুহজনৰ নিজা বোৱেক। ল'ৰাজন তেওঁৰ পুতেক। ভবিপতাৰ পিনে থিয় হৈ থকা গৰাকী সম্পৰ্কীয়া বোৱেক। ডাক্তৰ নবীন চৌধুৰিৰ পৰিবাৰ। দূৰত থকা গৰাকী বিখ্যাত চাহ ব্যৱসায়ী দুৱৰাৰ ঘৈণীয়েক। কি সম্পৰ্ক ভাইটিয়ে নেজানে।

মই কেউজনকেই ভালকৈ চাই ললো। কেতিয়াবা এই মানুহজনৰ শেষ দিনটোৰ ওপৰত গল্প বা উপন্যাস লেখিলে এওঁলোককো তাৰ সন্মিলিত চৰিত্ৰবোৰৰ মাজত ৰাখিব লাগিব। মই ভাইটিক আকৌ সুধিলো—মানুহজনৰ বিষয়ে ডাক্তৰে কি কৈছে? অৱস্থা কেনেকুৱা?

—ডাক্তৰ বৰ সন্দেহমুক্ত নহয়। বাচিবও পাৰে অথবা মৰিবও পাৰে। মই বুজিলো মানুহজন মৃত্যুৰ দুৱাৰডলিত।

মানুহজন মোৰ চকুত এটা উপমাৰ দৰে, এটা দ্যোতকৰ দৰে প্ৰতীয়মান হ'ল। অচেতন মানুহজন যেন অসমৰ বৰ্তমান অস্থিৰ

[illegible] আৰু অসমৰ অনিশ্চয় অস্তিত্বটোৱেহে এটা মূৰ্ত্তিমান উদাহৰণ। অসংখ্য বঞ্চনা, ঠগ, নেওচা, অবিচাৰ সহি আছি ঠিক এই মানুহজনৰ দৰেই আমাৰ মাতৃভূমিখন, আমাৰ বৰ্তমান অস্তিত্ববোৰ, আমাৰ এই দুঃসময়খিনি এক অনিশ্চিত ভৱিষ্যতৰ দুৱাৰডলিত থিয় দিছে। কোনোবাই অসমখনক স্বাধীন ৰাষ্ট্ৰত পৰিণত কৰাৰ অলীক সপোন দেখিছে, কোনোবাই দেশ প্ৰেমৰ গইনা লৈ শাসনতন্ত্ৰৰ বাঘজৰীডাল হাতত ৰাখি দুৰ্নীতি, দুৰাচাৰ, অনিয়মবোৰ চিৰস্থায়ী কৰি দেশখনক দেশৰ ৰাইজক সৰ্বকালৰ বাবে ঘৃণীয়া কৰি পেলাব বিচাৰিছে। কোনোবাই আকৌ সৰু সৰু জনগোষ্ঠীবোৰক আংশিক ভুৱা স্বাধীনতা যাচি অসমখনকেই ভাঙি চিঙি ছিৰাছিৰ কৰিব খুজিছে। এনে অস্থিৰতাৰ দুৱাৰ-ডলিত বহি আঁমাৰ দৰে অপদাৰ্থবোৰে কেৱলমাত্ৰ বিশুদ্ধ সাহিত্য সৃষ্টিৰ বাবে অসফল প্ৰয়াস কৰি যাব ধৰিছো। হাঁহি নুঠেনে বাৰু ?

এক

## নীহাৰেন্দু আৰু মই

বহুপৰ চাহৰ আধখোৱা কাপ আগত লৈ মনে মনে বহি থকাৰ পিচত নীহাৰেন্দুৱে ক'লে—বৰ ভুল হৈ গ'ল অ'. চিনেমাখন আৰম্ভ কৰাৰ আগেয়েই চিত্ৰনাট্য, বাজেট, সম্পূৰ্ণ পৰিকল্পনা প্লেনিং ঠিকমতে কৰি লোৱা উচিত আছিল। চিনেমাখনে সমালোচকৰ প্ৰশংসা পাইছে ঠিকেই। কিন্তু চিনেমা হলত চলাই ৰাজহুৱাকৈ দেখুৱাবলৈ কোনেও আগ্ৰহ দেখুওৱা নাই।

—এতিয়া কি কৰিবি ?

—টিভিয়ে কিনে নেকি চাওঁ। ইণ্ডিয়ান পেনোৰামাত ভৰাই দিব পাৰিলে টিভিয়ে বহুত টকা দিয়ে।

—আশা আছে নে ?

—আছে—কাৰণ ক্ৰিটিকবিলাকে, চ'বেই চিনেমাখন বঢ়িয়া হোৱা বুলি কৈছে। যদিও চৰ্টকামিংবোৰ তয়ো জান, ময়ো জানো, তথাপি সমালোচকবোৰে ভুলবোৰ বেছিকৈ তুলি নধৰি প্লাচপইণ্টবোৰত বেছি গুৰুত্ব দিছে। আচলতে সকলোৱে জানেতো, কি কষ্টত চিনেমাখন কৰিলোঁ। টকাৰ অভাৱত কিমান দিন বহি থাকিবলগীয়া হ'ল। শেষৰ পিনে এনেকুৱা দুৰৱস্থা যে গল্পটোৰ কণ্টিনিউটিৰ বাবে কিছুমান সৰু সুৰা দৃশ্যৰ চুটিং দৰকাৰ আছিল, সেইখিনিও কৰিব নোৱাৰিলো। ফলত মাজে মাজে গল্পটোৱে উজুটি খাই খাই আগবাঢ়িবলগীয়া হৈছে। তই নিজেই মোক এই ভুলবোৰৰ কথা কৈছিলি। দুখ থাকি গ'ল, পাৰ্ফেকচন এচিভ কৰিব নোৱাৰিলো। নিখুঁত ছবি এখন কৰিব নোৱাৰিলো।

মই নীহাৰেন্দুৰ চিনেমাখন প্রেছ শ্ব'ৰ দিনাখন হলত চাব নোৱাৰিলোঁ। সেইদিনাই মোৰ স্ত্ৰীৰ সকামৰ দিন পৰিছিল। পিচত চিনেমাখনৰ কেছেট এটা আনি সি মোক ভি চি আৰত দেখুৱাইছিল। চিনেমাখনৰ গোটেইখনতে কলাত্মক নৈপুণ্যৰ নিদর্শন ঠিকেই আছে কিন্তু ছবিখন পৰিচালকে নিয়াৰিকৈ আগবঢ়াই নিব পৰা নাই। তাৰ মূল কাৰণবোৰ নীহাৰেন্দুৰ মতে ছবিখন আৰম্ভ কৰাৰ আগেয়ে চিত্ৰনাট্যখন সম্পূৰ্ণ আৰু বিস্তৃত ভাবে তৈয়াৰ কৰি নোলোৱা আৰু প্ৰডাকচন ডিজাইন অর্থাৎ প্রযোজনাৰ বাবে দৰকাৰী টকা-পইচা কেতিয়া কিমান লাগিব সেয়া ঠিক কৰি নোলোৱাটো। ছবিখনৰ কামত বোম্বাই, মাদ্রাজ, কলিকতা ঘূৰি সি এইবোৰ যোগাযোগ ঠিক কৰি আহিছে। তাৰ পৰৱৰ্তী ছবিখনৰ বাবে ভাৰত চৰকাৰৰ চলচ্চিত্র নিগমৰ পৰা আৰ্থিক সাহায্য বিচাৰিব। এনে সাহায্যৰ বাবে দৰ্খাস্ত কৰাৰ সময়তে সম্পূৰ্ণ আৰু বিস্তৃত চিত্ৰনাট্য এখন গাঁথি দিব লাগে। সেই সন্দৰ্ভতে নীহাৰেন্দুৱে মোক আজি পানবজাৰলৈ মাতিছিল। নীহাৰেন্দু মোৰ কলেজীয়া দিনৰে বন্ধু। গল্প, কবিতা, নাটক আদি বিষয়ৰ ওপৰত আমাৰ উমৈহতীয়া আগ্ৰহৰ বাবে আমি দুয়ো দুয়োৰে অতিকে ওচৰৰ বন্ধু হৈ পৰিছিলোঁ। একেলগে চিনে ক্লাৱত দেখুৱা উৎকৃষ্ট কলাত্মক ছবিবোৰ চাই তাৰ ওপৰত, তর্ক-বিতর্ক কৰি বহুদিন চাহৰ দোকানৰ আড্ডা তপতাই তুলিছিলোঁ। তাৰ পিচত বহুদিন গ'ল। মই চিনেমাৰ লাইনলৈ নগ'লো। সাহিত্যত মনোনিবেশ কৰিলো। আৰ্থিক সংগতিৰ বাবে মই কেন্দ্ৰীয় চৰকাৰৰ চাকৰি এটাত সোমালোঁ। বিয়া-বাৰু কৰালোঁ। এটা পুত্ৰ সন্তান উপজিল। অলপতে স্ত্ৰী বিয়োগ ঘটিল। কিন্তু নীহাৰেন্দুৱে চাকৰিও নকৰিলে। বিয়া-বাৰুও নকৰিলে। সি একমনে চিনেমা নিৰ্মাণৰ চেষ্টাত লাগি ৰ'ল। শেষ পৰ্যন্ত, এখন ডকুমেণ্টৰী টাইপৰ সৰু ছবি আৰু অলপতে এখন

পূৰ্ণাংগ ফিচাৰ ফিল্ম নিৰ্মাণ কৰি উলিয়ালে। এতিয়া আমি দুয়ো তাৰ পৰবৰ্তী ছবিখনৰ বাবে গল্প এটা, চিত্ৰনাট্য এখন লেখাৰ প্ৰক্ৰিয়াটো আৰম্ভ কৰিবলৈ কথা পাতিম বুলি চাহৰ দোকানত বহিছোঁহি। মই ক'লো—

—চিনেমা এখন আৰম্ভ কৰিবলৈ গল্প এটা, ৰেয়াৰ মিনিমাম ঘটনা এটাৰ অৱলম্বন লাগিবই। তই যিদৰে যোৱা চিনেমাখনত ছোৱালীজনী, সেই গৰীব ঘৰৰ ছোৱালীজনীৰ জীৱনৰ অৱসাদ, প্ৰতীক্ষা এইবোৰক লৈ ব্যতিব্যস্ত হৈ পৰিলি সেইখিনি সাধাৰণ ৰাইজে হলত ধৈৰ্য ধৰি বহি চাই থাকিব পাৰিব বুলি ভাবিছ নেকি?

—তই কোৱা কথাটো কিছুদূৰ সত্য। কিন্তু চিনেমা এখনত যে সম্পূৰ্ণ গল্প এটা লাগিবই, নাটক লাগিবই এই কথাটো মানি লবলৈ মন নেযায়। এটা সৰু চিন্তাৰ সূত্ৰ, এটা থট্ প্ৰচেচ্, এটা সাংগীতিক অথচ অবিৰত, নিবৱছিন্ন আইডিয়াৰে চিনেমাখনৰ ঘটনাক্ৰমখিনি নাটক হোৱা গল্প নেথাকিলেও দৃশ্যক্ৰমখিনি বান্ধি ৰাখিব পাৰিলে কেলেই মানুহে গ্ৰহণ নকৰিব? পথেৰ পাচালীত নাটক আছিল?

অলপতে মোৰ স্ত্ৰী বিয়োগ ঘটিছে। সেইবাবেই মই দীঘলীয়া ছুটিলৈ গুৱাহাটীত বহি আছো। মনৰ দুখ-কষ্টখিনি পাহৰাই ৰাখিবলৈ এনেকুৱা চিত্ৰনাট্য এখন লেখাত হাত দিলে কিছু দিন ব্যস্ত হৈ থাকিব পাৰিম। সেই কাৰণেই মই নীহাৰেন্দুৰ আগ্ৰহত সঁহাৰি দি আজি ইয়ালৈ এই চাহৰ দোকানৰ আড্ডালৈ আহিছিলোঁ। আমাৰ আলোচনাৰ বৰ্তমান পৰ্যায়ত তৰ্ক বিতৰ্কৰ সূত্ৰপাতটো মই মানসিক ভাবে সমৰ্থন কৰিব পৰা নাই। মই কলো।

—ঠিক আছে বাৰু, এনেকুৱা এটা সৰু চিন্তাসূত্ৰ এটা সৰু আইডিয়াৰেই আৰম্ভ কৰা যাওক। আইডিয়াটোৰ ওপৰত আমি দুয়োটাই গভীৰতাৰে ভাবিলেই লাহে লাহে চৰিত্ৰবোৰ, ঘটনাক্ৰম

বা দৃশ্যক্রমবোৰ সাজি উলিয়াব পৰা যাব। তোৰ কিবা আইডিয়া আছে নেকি কামটো আৰম্ভ কৰিবলৈ ?

মই বহি আছো ৰাস্তাৰ পিনে পিঠি দি। নীহাৰেন্দুৱে ৰাস্তাৰে অহাযোৱা কৰা মানুহবোৰলৈ চাই চাই চিগাৰেটত হোপা মাৰি চাহৰ কাপটো তুলি এক চুমুক খাই টেবুলত নমাই থৈ লাহে লাহে উচ্চাৰণ কৰিলে—

—আইডিয়া। এৰা—আইডিয়া—এটা চিন্তাসূত্ৰ। তই কচোন বাৰু ? তোৰ কিবা চাজেচ্চন আছে নেকি ?

—আইডিয়াৰ কিবা আকাল আছে নে ? আইডিয়া বিভিন্ন ধৰণৰ হ'ব পাৰে। ধৰ, নিম্নবিত্তৰ দুঃখ দুৰ্দশা, বৃদ্ধ-বৃদ্ধাৰ নিৰ্জনতা অথবা যুৱক-যুৱতীৰ প্ৰেম ভালপোৱা—

এনেতে নীহাৰেন্দুৱে চাহ দোকানৰ বাহিৰত ফুটপাথেৰে গৈ থকা এহাল যুৱক-যুৱতীক দেখি উত্তেজিত হৈ পৰিল—

—আৰে। সেইজনীচোন মণি। তাই চুলি কাটিলে কেতিয়া ? তই অকণমাণ বহচোন মই মণিক মাতি আনো।

মণি নীহাৰেন্দুৰ আগৰ চিনেমাখনৰ নায়িকা। আগেয়ে তাই নাটক-টাটক কৰিছিল। চিনেমাত এয়েই প্ৰথম অভিনয়। নীহাৰেন্দুৱে ছোৱালীজনীৰ ভূমিকাটোকেই প্ৰাধান্য দি ছবিখন সম্পূৰ্ণ কৰি উলিয়ালে। ছোৱালীজনী তিমান ধুনীয়া নহয়, কিন্তু তাইৰ এটা আকৰ্ষণীয় উপস্থিতি আছে। তাইৰ শাৰীৰিক সৌন্দৰ্যৰ খুটি-নাটি, কেমেৰাৰে বিভিন্ন কোণৰ পৰা চেতাৰৰ মধুৰ মূৰ্ছনাৰ পটভূমিত নীহাৰেন্দুৱে বহুবাৰ দেখুৱাইছে চিনেমাখনত। মই মণিক চিনি নেপাওঁ। আজি তাইৰ সৈতে পোনপটীয়াকৈ চিনাকি হ'ব পাৰিম বুলি অলপ আগ্ৰহেৰে বাট চালো।

তাই নাহিল কিন্তু। নীহাৰেন্দু অকলেই উভতি আহিল। কিঞ্চিৎ হতাশ ভাবেৰে তাৰ মুখৰ অভিব্যক্তিৰ পৰা বুজিব পাৰিলো সি অলপ নিৰাশ হৈছে। সি ক'লে—

—কোনোবা সম্পৰ্কীয় মানুহ হস্পিটেলত আছে হেনো, খবৰ কৰিবলৈ গৈছে। মণিক লগ পোৱা হ'লে ভাল আছিল। অলপ কথা বতৰা পাতিব পৰা গ'লহেঁতেন। চিনেমাখনৰ চুটিং চলি থকালৈকে তাই খুব ক'অপাৰেটিভ্ আছিল। যেতিয়াই যলৈকে মাতো আহে। কিন্তু ছবিখনৰ প্ৰদৰ্শনীৰ পিচত তাই অলপ সেমেকি গৈছে নেকি ?

—কি কৰে ছোৱালীজনীয়ে ?

—নাই, একো নকৰে। দেউতাকে ৰে'লত চাকৰি কৰিছিল। এতিয়া পেঞ্চন পাইছে। তাই ভাবিছিল এই চিনেমাখন পপুলাৰ হ'লে আন আন চিনেমাত চাঞ্চ পাব। খুব সম্ভৱ এনে হোৱাৰ আশা নেদেখি বেচেৰী নিৰাশ হৈ পৰিছে। কিন্তু ছোৱালীজনী বেচিকেলী বৰ ভাল বুইছ। আন সাধাৰণ ছোৱালীবোৰৰ দৰে আৰ্টিফিচিয়েলিটী নাই। ভুৱা ভেম নাই।

মই পেটে পেটে ভাবিলোঁ ছোৱালীজনী ইমান স্বাৰ্থপৰ নে ? চিনেমাখনৰ চুটিং চলি থকালৈকে নীহাৰেন্দুৰ প্ৰতিটো কথা শুনিছিল। কিন্তু এতিয়া নীহাৰেন্দুৰ আহ্বানলৈ কেৱল উপেক্ষাহে দেখুৱায়। কথাটো মই প্ৰকাশ্যে কৈ নেপেলালো। নীহাৰেন্দু বৰ সহজ ল'ৰা। সি এনেকৈ নিশ্চয় ভবা নাই। আৰু এনেকৈ মই মণিৰ স্বাৰ্থপৰতা আবিষ্কাৰ কৰা বুলি জানিব পাৰিলে সি মনত ডাঙৰ আঘাত পাব।

মণিৰ আবিৰ্ভাৱে আমাৰ দুয়োৰে মাজৰ চিত্ৰনাট্য সম্পৰ্কীয় কথা-বতৰাত, চিন্তাৰ আদান-প্ৰদানৰ যোগসূত্ৰতাত বাধা প্ৰদান কৰিলে। সঠিক একো নিৰ্ণয় ল'ব পৰা ন'গল। মই পিচদিনা কৰ্মক্ষেত্ৰলৈ উভতি যোৱাৰ কথা। আমি দুয়ো ঠিক কৰিলো এমাহমান পিচত আকৌ এবাৰ এনেকৈ একেলগে বহি কিবা এটা ঠিক কৰিব লাগিব। তাৰ আগেয়ে দুয়ো নিজাববীয়াকৈ চিন্তা-ভাবনা কৰি থাকিম। আমি দুয়ো বিদায় লৈ দুফালে খোজ

ল'লো। অলপ পিচতে নীহাৰেন্দুৱে মোক পিচপিনৰ পৰা ৰাখিবলৈ কলে। চাকৰি সংক্ৰান্ত কামত মই মাজে মাজে ডিব্ৰুগড়লৈ গৈ থাকো। গতিকে নীহাৰেন্দুৱে মোক অনুৰোধ কৰিলে ডিব্ৰুগড়ৰ প্ৰখ্যাত চাহ ব্যৱসায়ী কাকতিক তাৰ হৈ লগ ধৰিবলৈ। তাক হেনো কাকতিয়ে চিনেমা এখনৰ বাবে ত্ৰিছ হেজাৰ টকা ধাৰে দিম বুলি কথা দিছিল। এই টকাখিনি পালে পৰৱৰ্তী চিনেমাখন আৰম্ভ কৰিবলৈ সুবিধা হ'ব। মই লগ ধৰিম বুলি ক'লো। আৰু সুধিলো কাকতিৰ কি স্বাৰ্থ তোক টকা দিবলৈ? সি উত্তৰ দিলে—কাকতিৰ ছোৱালীজনীক চিনেমাখনত এটা ভূমিকা দিব লাগিব। এইটোৱেই চৰ্ত। মই চৰ্তটোৰ প্ৰকৃতিটো জানিবলৈ পাই মনে মনে হাঁহিলো।

## দুই

### মোৰ সৈতে মই

নাইটবাছত গৈ আছোঁ। মোৰ ওচৰৰ চীটটো খালী। হাতভৰি মেলি দেহটো সম্পূৰ্ণভাৱে চীটত এৰি দি মগজুটো চিন্তাশূন্য কৰি শুব পৰা যায় নেকি তাৰ বাবে চেষ্টা কৰিব ধৰিলোঁ। খানাপানী পাৰ হোৱাৰ পিচতে বাছখনৰ লাইটবোৰ নুমাই দিলে। এন্ধাৰ বাছখনত বহি খিৰিকিৰে বাহিৰৰ দৃশ্য চাবলৈ ধৰিলোঁ। গণেশ মন্দিৰৰ ওচৰৰ একা বেকা ৰাস্তাখিনি পাৰ হলোঁ। চি আৰ পি কেম্পটোও পাৰ হ'ল। জনবসতি লাহে লাহে কমি আহিল। খিৰিকিৰ আয়নাৰ মাজেৰে এন্ধাৰবোৰ সোমাই আহি মোক আগুৰি ধৰিলে। এন্ধাৰবোৰে আকৌ মোক মোৰ তাৎক্ষণিক দুখকষ্টবোৰৰ মাজলৈ লৈ গ'ল। আকৌ মৰমী মোৰ ওচৰলৈ উভতি আহিল। মৰমী তুমি কলৈ গুচি গৈছিলা মোক অকলে এৰি থৈ?

মৰমীয়ে মোক এৰি থৈ যোৱাৰ আগেয়ে মইয়ে মৰমীক এৰি থৈ গৈছিলোঁ চাকৰিত বদলি হৈ। মৰমী মোৰ লগত যাব নোৱাৰিলে ৰিকুৰ কাৰণে। ৰিকু আমাৰ ল'ৰা। মই বদলি হৈ যোৱাৰ সময়ত তাৰ বয়স আছিল পাঁচ চাৰে পাঁচ। তাৰ হিয়াৰ মাজত এটা ছিদ্ৰ আছে। এইবাবেই তাক প্ৰায়েই ডাক্তৰৰ ওচৰলৈ লৈ গৈ দেখুৱাই থাকিব লাগে। দহ বছৰমান ডাঙৰ হ'লে ডাক্তৰৰ মতে এটা অপাৰেচন কৰিলে, তাৰ হিয়াৰ খুঁতটো মৰিলেও মৰিবও পাৰে। কেৱলমাত্ৰ ৰিকুৰ স্বাস্থ্যজনিত কাৰণতেই মৰমী মোৰ লগত মোৰ কৰ্মস্থানলৈ নাহিল। যোৱা দুবছৰ অকলশৰে জীবন যাপন কৰি আকৌ গুৱাহাটীলৈ বদলি হোৱাৰ আগমুহূৰ্ত্তত ঘটনাটো ঘটিল। মাত্ৰ এসপ্তাহমান চেৰিব্ৰেল মেলেৰীয়াত ভুগি বেচেৰী মৰমী গ'লগৈ মোক আৰু ৰিকুক নিঠৰুৱা কৰি থৈ। এতিয়া আকৌ গুৱাহাটীলৈ উভতি কি কৰিম? মৰমী বিহীন সংসাৰলৈ? সেয়ে মই ট্ৰেঞ্চফাৰৰ অৰ্ডাৰটো পিছুৱাই দিবলৈ অনুৰোধ কৰিলোঁ। ৰিকুক ৰাখিলে জেঠায়েকে। মৰমীৰ বায়েক কৰবী বাইদেৱে। আমাৰ বাবে সৰুকৈ সজা ঘৰটো ভাড়াত দি দিলোঁ। অহা মাহৰ পৰা ঘৰটোত মৰমীৰ হাতৰ পৰশেৰে, যত্নেৰে মৰমেৰে সজাই তোলা ঘৰটোত, কোঠাকেইটাত অচিনাকি মানুহৰ অহাযোৱা আৰম্ভ হ'ব।

মৰমীয়ে মোৰ আৰু ৰিকুৰ পৃথিৱীখন ভৰাই ৰাখিছিল মৰম চেনেহ, আদৰেৰে। প্ৰায় দহ বছৰীয়া বিবাহিত জীৱনত মোৰ দৰে এটা দায়িত্বজ্ঞানহীন অসম্পূৰ্ণ ব্যক্তিত্ব এটাক কেৱল মনৰ জোৰ আৰু প্ৰবল ইচ্ছা শক্তিৰে মৰমীয়ে এজন প্ৰায় সম্পূৰ্ণ পুৰুষলৈ পৰিবৰ্ত্তন কৰি দিব পাৰিছিল। লাহে লাহে ঠন ধৰি উঠিছিল আমাৰ সৰু সংসাৰখন। গুৱাহাটীৰ নতুনকৈ বাঢ়ি অহা চুবুৰী এটাত সৰু তিনি কোঠাৰ ঘৰ এটা হৈছিল। ঘৰটোত ৰিকু আৰু ৰিকুৰ বন্ধু-বান্ধৱৰ হাঁহি ধেমালি শুনা গৈছিল। মাজে মাজে বন্ধু-

বান্ধৱ পা-পাৰিয়ালে আহি মোৰ আৰু মৰমীৰ সুখ শান্তি স্বচ্ছলতাবোৰ চাই ঈৰ্ষাত পৰিছিল অথবা সন্তোষ পাইছিল। এতিয়া সেইবোৰ একো নাই। মৰমী গ'লগৈ। আমাক নিঠৰুৱা কৰি থৈ। মোৰ গাঁৱৰ পৰা খুড়া দুজন আহিছিল, খুড়াৰ ল'ৰা-ছোৱালী তিনিটা আহিছিল। মৰমীৰ দুই বায়েক কৰবী আৰু সুৰভিও আহিছিল। সকলোৱে মিলি সৰুকৈ মৰমীৰ সকামখিনি পাতি দিলে। মানুহ-দুনুহৰ উমঘাম থকালৈকে কোনোমতে থিৰেৰে আছিলোঁ। কিন্তু শেষৰ কেইদিন তেনেই অসহ্য আছিল। কৰবী বাইদেউ আৰু তেওঁৰ স্বামীয়ে গাড়ীৰে বাছষ্টেণ্ডলৈ আনি নাইট বাছত উঠাই দিলে। ৰিকুক দুগালে দুটা চুমা খাই উঠি বাইদেউক আকৌ এবাৰ কলো—

—বাইদেউ মৰমীয়েতো ইয়াক আপোনাৰ হাততে সঁপি থৈ গৈছে। আজি ময়ো সঁপিলোঁ। ইয়াক চাব।

কৰবী বাইদেৱে হুকহুকাই কান্দি পেলালে। তেওঁৰ স্বামীয়ে ৰিকুক নিজৰ কোলালৈ লৈ গৈ সাবতি ধৰিলে। মই বাছত উঠিলোঁ। এনেকৈয়ে মৰমীক মই শেষবাৰৰ বাবে বিদায় দি এতিয়া নাইটবাছত এয়া এন্ধাৰৰ মাজত অকলশৰে গৈ আছোঁ। মোৰ টোপনিবিহীন চকুত দুটোপাল লোতক বিৰিঙি উঠিছে। পুতৌৰ লোতক। মোৰ নিজৰ বাবে। মোৰ একমাত্ৰ মাতৃহাৰা পুত্ৰ ৰিকুৰ বাবে।

ৰিকুৰ কাৰণে বেছিকৈ দুখ লাগে। বেচেৰাৰ হিয়াত আগৰে পৰা আছিল এটা ক্ষত। এতিয়া আকৌ এটা নতুন ক্ষত উপজিল। মাকৰ মৰম অবিহনে গোটেই জীৱনটো তাৰ পংগু হৈ গ'ল। কি নিঠুৰ পৃথিৱী এইখন। নিখুঁত জীৱন এটা খুব কম মানুহেই যাপন কৰিব পাৰে ইয়াত। পাৰ্ফেক্‌চন কতো নাই। সামন্যতম হলেও খীত খুন সকলো কথাতে থাকি যাব। নীহাৰেন্দুৰ চিনেমাখন। বেচেৰাই প্ৰায় পাঁচ বছৰমান যুঁজি যুঁজি, ইমান কণ্ট

কৰি শেষ পৰ্যন্ত যিখন চিনেমা নিৰ্মাণ কৰি তুলিলে তাত বৈ গ'ল অনিচ্ছাকৃত কিছুমান সৰুসুৰা ভুল, যিবোৰ অতি সহজে শুধৰাই ল'ব পৰা গ'লহেঁতেন, যদিহে তাৰ হাতত বা প্ৰযোজকৰ হাতৰ দৰকাৰী পৰ্য্যাপ্ত ধন থাকিলহেঁতেন। এনেকুৱা নানানটা অসুবিধাৰ বাবে আমাৰ অৰ্থাৎ এই পৃথিবীৰ বাসিন্দাবোৰৰ সকলোৰেই 'মনঃপুতভাবে কামবোৰ সিজি নুঠেগে। জীৱনবোৰ সহজ, সৰলতৰ নহয়গৈ। পাৰ্ফেকচন বা খুত বিহীন তালৈ কম বেছি পৰিমাণে দূৰত্ব বৈ যায়গৈ। তথাপি সকলোৱে নিজৰ নিজৰ সাধ্যানুসৰি নিজা নিজা কামবোৰ খুত বিহীনকৈ সম্পাদন কৰিবলৈ চেষ্টা কৰে। নিজৰ নিজৰ জীৱনবোৰ সম্পূৰ্ণভাৱে নিখুঁত কৰি তুলিবলৈ পাৰ্যমানে চেষ্টা চলাই যায়। সকলোৱে নহলেও অন্ততঃ সেই সকলে যাৰ যাৰ হৃদয়ত জীৱনৰ বাবে তিলমানো লালসা বাকী আছে। এই পাৰ্ফেক্‌চন অৰ্জন কৰিবলৈ মানুহৰ সহজাত স্পৃহা, নিখুঁতাত উপনীত হ'বলৈ মানুহৰ এই স্বতঃপ্ৰয়াস, এই কথাটো, এই আইডিয়াটো লৈ নীহাৰেন্দুৰ বাবে এখন চিত্ৰনাট্য বা এটা নতুন গল্প নিৰ্মাণ কৰিব নোৱাৰিনে বাৰু? মই লাহে লাহে এই চিন্তাসূত্ৰটো বহলাবলৈ ধৰিলো নাইটবাছৰ জোকাৰণি আৰু নিদ্ৰাবিহীনতাৰ মাজত। এনেকৈয়ে লাহে লাহে মই মৰমীৰ কথা, ৰিকুৰ কথা, সিহঁতৰ অবিহনে মোৰ দয়ণীয় দশা, পুতৌ কৰাৰ যোগ্য মোৰ খেলিমেলি জীৱনটোৰ অকল্পনীয় ভৱিষ্যতটোৰ কথা পাহৰি গলোঁ। মই ডুবি গলো নীহাৰেন্দুৰ পৰৱৰ্তী চিনেমাখনৰ বাবে কিছুমান মনে সজা চৰিত্ৰ আৰু সিহঁতৰ কাল্পনিক জীৱনবোৰত, পাৰ্ফেক্‌চনৰ স্পৃহাত সিহঁতে নিজ ইচ্ছাৰে সজাই যোৱা ঘটনাক্ৰমবোৰ—। মই ভাবিবলৈ ধৰিলো ঃ

ধৰি লোৱা যাওক এজন নায়ক থাকিব। নাম কি হ'ব? সহজ নাম এটা দিয়া যাওক। ঠিক আছে, নাম দিলোঁ তৰুণ। তৰুণে

কি কৰিব? তৰুণ এজন ডেকা ল'ৰা। এজন সহজ সৰল অসমীয়া ডেকা ল'ৰা। ছাত্ৰ? ঠিক আছে, তৰুণক ছাত্ৰ কৰি দিয়া যাওক। তাৰ বন্ধু থাকিব, প্ৰেমিকা থাকিব। দুজন বন্ধু থাকিব। কোন কোন? এজন মুছলমান, এজন বড়ো। অলপ বৈচিত্ৰ আহিব। ইহঁতৰ নাম দিওঁ ৰচুল আৰু অমৃত। অমৃত ৰাভা। প্ৰেমিকাজনীক আহোম ছোৱালী কৰি দিওঁ নেকি? কি নাম? নাম, ওঁ, অনুভা গগৈ। বিহু নাচনী। চিনেমাত মাজতে এটা বিহু নাচ সুমুৱাই দিব পৰা যাব। ইহঁত গোটেই কেইটাই মিলি কি কৰিব? নাঃ তাৰ আগেয়ে ভাবি উলিয়াও এটা নিখুঁত জীৱন বিচাৰিবলৈ তৰুণে কি কৰিব অথবা তৰুণে কৰা কামটোত সম্পূৰ্ণ নৈপুণ্য অথবা নিখুঁত সৃষ্টিৰ আনন্দ পাবলৈ তৰুণে কি কি ধৰণে আগবাঢ়িব? কোন কোন বিন্দুত সি প্ৰতিহত হ'ব? বা এনে বাধাবোৰ গুচাবলৈ সি কি কৰিব? পাৰ্ফেক্চন্ পাবলৈ সি কিমান চেষ্টা কৰিব? বা পূৰ্ণতা, নিখুঁততা আৰ্জিবলৈ সি ক'ত ক'ত তাৰ মূল্যবোধৰ সৈতে কমপ্ৰমাইজ কৰিব লাগিব, বুজাপৰা কৰিব লাগিব? জীৱনটোৱে কেনেকৈ কি মুহূৰ্তত তাৰ সাধনাৰ পথত, তাৰ লক্ষ্যৰ প্ৰতি একাগ্ৰভাৱে অগ্ৰসৰ হোৱাৰ বাটত, তাৰ পৰা বুটলি ল'ব অথবা জোৰকৈ আজুৰি ল'ব অন্যায় ভাড়া? মোৰ গল্পটোৰ মূল লক্ষ্য হ'ব এই কটু সত্যটোক সুস্থিৰ ভাবে উপস্থাপন কৰা—। এই চিন্তাকল্পটোক ঘটনাক্ৰমলৈ বিশ্বাস-যোগ্যভাৱে অনুবাদ কৰিব পৰাতেই লেখকৰ দক্ষতা। পাৰিমনে বাৰু এটা বিশ্বাসযোগ্য ঘটনা গাঢ়ি তুলিবলৈ তৰুণ, অনুভা, অমৃত, ৰচুলহঁতক লৈ?

মই ঠিক কৰিলোঁ ইহঁতৰ মাজত এটা কমন ইণ্টাৰেষ্ট থকা কাম আৰম্ভ কৰা যাওক। নাটক? নে গান-বাজনা? ধৰা যাওক তৰুণ এজন গায়ক, ৰচুল গীত ৰচোতা, অমৃতে গীটাৰ বজায়। তিনিও বিশ্ববিদ্যালয়ৰ ছাত্ৰ। অথবা কলেজৰ। তিনিও

একেলগে ঠায়ে ঠায়ে বহাগী বিদায়, বিহু, সৰস্বতী পূজা আদিৰ ফাংচনত গান গাই ফুৰে। এনেকুৱা এটা ফাংচনতে তৰুণে অনুভাক লগ পায়। প্ৰেমত পৰে। তৰুণৰ গায়ক হিচাপে প্ৰতিষ্ঠা বাঢ়ে। তাৰ পঢ়াশুনা শেষ হয়। ৰচুলে আই এ এচ বিষয়া হয়গৈ। অমৃত কৰবালৈ গুচি যায়। তৰুণে গানকেই সম্বল কৰি লয়। আধুনিক গানৰ বিখ্যাত শিল্পী হৈ পৰে। তাৰ কিবা টান বেমাৰ হৈ বহু খৰচ কৰিবলগীয়া অপাৰেচন এটাৰ বাবে মাদ্ৰাজলৈ যাবলগীয়া হয়। অনুভাই বিহু কুঁৱৰী প্ৰতিযোগিতাত যোগ দি পুৰস্কাৰ পাই কিছু টকা তাক ধাৰে দিয়ে। বাকী টকা আন আন গায়ক-শিল্পীয়ে চেৰেটি শব' পাতি যোগাৰ কৰি দিয়ে। মাদ্ৰাজলৈ গৈ সি দেখিব অসমৰ ডাক্তৰে ভুল ডায়গনিচিচ কৰিছে। আচলতে তাৰ বেমাৰটো সিমান মাৰাত্মক নহয়। সাধাৰণ চিকিৎসাৰ পিচত সি সুস্থ হৈ উভতিব। উভতিয়েই ঘৰৰ ঘোৰ আপত্তি সত্বেও অনুভাক অৰ্থাৎ তাৰ আহোম প্ৰেমিকাক বিয়া কৰাব। গুৱাহাটীত সিহঁতে এটুকুৰা মাটি কিনিব। এটা সৰু ঘৰ সজাব। তাৰ জনপ্ৰিয়তা বাঢ়ি গৈ থাকিব। তাৰ আধুনিক গানৰ কেছেটৰ বিক্ৰী বাঢ়ি যাব। সিহঁতৰ সংসাৰলৈ সচ্ছলতা আহিব। সংসাৰত সুখ শান্তিৰে ভৰি পৰিব। এনেতে অনুভা অসুখত পৰিব। ঢুকাব।

এইখিনিলৈকে ভাবি মোৰ ধাৰণা হ'ল গল্পটো অতি সাধাৰণ জাতীয় হৈছে। তদুপৰি অনুভাৰ মৃত্যুত মোৰ অৰ্থাৎ লেখকৰ জীৱনৰ ঘটনাৰ দেখ দেখ প্ৰতিফলন ঘটিছে। কিন্তু এনেকুৱা নকৰিলেচোন তাৰ জীৱনটো প্ৰতিঘাতহীন হৈ পৰিব ধৰিছিল। তাৰ গানৰ জনপ্ৰিয়তা, সংসাৰত সুখৰ উদ্ভৈনদী অৱস্থা তাৰচোন জীৱনত কোনো খুঁত নাই একেবাৰে নিৰ্ভুল জীৱন। এইবাৰ অনুভাৰ অকাল মৃত্যুৰ পিচত সি জীৱনৰ হিচাপ-নিকাচত বহিব। সি দেখিব তাব জনপ্ৰিয় আধুনিক গানবোৰৰ কোনো স্থায়ীত্ব

নাই। দুবছৰ আগেয়ে গোৱা গানবোৰ সকলোৱে পাহৰি পেলাইছে। কেছেটবোৰ জনপ্ৰিয় হয় ঠিকেই। কিন্তু গানবোৰ মানুহৰ মুখে মুখে উঠিৰ নোৱাৰে। ভূপেন হাজৰিকাৰ গানবোৰ, বিষ্ণু ৰাভা, জ্যোতিপ্ৰসাদৰ গানবোৰ মানুহে কেতিয়াও নেপাহৰে। কিন্তু তৰুণহঁতৰ দৰে অলপতে বিখ্যাত হোৱা কেছেট-গায়কবোৰৰ গান? তাৰ জীৱনলৈ আৰ্থিক সাফল্য আহিলেও শিল্পীসত্তাই এনেকুৱা এটা অতৃপ্ততাৰ সোৱাদ পাব। সি ভাবিবলৈ ধৰিব, কি উপায়ে তাৰ গানবোৰ ৰাইজৰ সঁচাকৈ হৃদয়গ্ৰাহী কৰি তুলিব পৰা যাব? অৰ্থাৎ এক ধৰণে সি সংগীতৰ জগতত পাৰ্ফেক্চনৰ সন্ধানত ব্যস্ত হৈ পৰিব। এনে সন্ধানত সি বিভিন্ন বিজ্ঞজনৰ মতামত বিচাৰিব। অৱশেষত এজন শ্ৰদ্ধেয় শিল্পীয়ে তাক উপদেশ দিব যদি ৰাইজৰ হৃদয়গ্ৰাহী গান নিৰ্মাণ কৰিব খুজিছা তেনেহলে ৰাইজৰ মাজলৈ যোৱা। গাঁৱৰ দৰিদ্ৰ খাটিখোৱা মানুহখিনিৰ মাজলৈ যোৱা। লোকগীত, বৰগীত, জিকিৰ, টোকাৰী গীত এইবোৰৰ মাজৰ পৰা বুটলি লোৱা যুগমীয়া সংগীত। তেহে তোমাৰ সন্ধান সফল হ'ব। শ্ৰদ্ধেয় শিল্পীজনৰ ভূমিকাত ভূপেনদাক এটা অতিথি ভূমিকা দিব পৰা যাব। তেখেতে ৰাজী হ'বনে বাৰু।

গল্পটো বৰ সহজভাবে বাঢ়ি গৈ আছে। তৰুণে এতিয়া কি কৰিব বাৰু। সি বাৰু গাঁৱলৈ উভতি যাব নেকি? তাৰ গাঁৱৰ বৰগীত, বনগীত, লোকগীতবোৰ অধ্যয়ন কৰিবলৈ? অথবা ওচৰৰ জনজাতীয় গাঁৱৰ অচিনাকি সুৰবোৰ তুলি ল'ব নেকি তাৰ সঞ্চয়ত? মুছলমান গাঁৱৰ পৰা শিকিবগৈ নেকি জিকিৰ, কাৱালীবোৰ? এনেতে ৰাজনৈতিক আবহাওৱা বিষাক্ত হৈ উঠিব। হিন্দুৱে মুছলমানৰ বিৰুদ্ধে জাঙুৰ খাই উঠিব, মুছলমানে জনজাতীয় খেতিৰ পৰা ধান কাটি আনিবগৈ। সকলোৱেই সকলোৰে শত্ৰু হৈ পৰিব। অ'ত ত'ত সৰুসুৰা আৰু

কৰ'বাত ক'ৰবাত ডাঙৰকৈ মাৰপিট, হত্যা, বলাৎকাৰৰ কাণ্ড ঘটিব। নিৰীহ মুছলমান নাৰী আৰু শিশুৰ ওপৰত এদিন সন্ধিয়া অত্যাচাৰ চলাবলৈ অহা ওচৰ চুবুৰীয়া গাঁৱৰ ৰাইজক অকলে বাধা দিবলৈ যাওঁতে তৰুণ বেয়াকৈ প্ৰহৃত হ'ব। মৃতপ্ৰায় অৱস্থাত তাক কোনোবাই চহৰৰ হস্পিটেলত এৰি থৈ যাব। হস্পিটেলত লাহে লাহে সি সুস্থ হৈ উঠিব। হস্পিটেলতে তাক লগ পাব তাৰ এসময়ৰ নিভৃত বন্ধু অমৃত ৰাভাই। অমৃতে তাক লৈ যাব নিজৰ গাঁৱলৈ, তাৰ নিজৰ সংসাৰলৈ যেতিয়া সি আৱিষ্কাৰ কৰিব যে ৰাজহুৱা প্ৰহাৰৰ ফলত গায়ক তৰুণৰ কণ্ঠ গীতৰ বাবে সম্পূৰ্ণ অনুপযোগী হৈ পৰিছে।

মই ভাবি থকা গল্পটো এনেকুৱা এটা ইণ্টাৰেষ্টিং অৱস্থা পাওঁতেই নাইটবাছখন জাগীৰোড পালেগৈ। যাত্ৰীবোৰৰ কিছুমান শুই থাকিল। আনবোৰে নামি গ'ল ভাত-পানী চাহ-তাত খাবলৈ। ময়ো নামি গৈ এটা কল্ডড্ৰিংক কিনিলোঁ। ইমানপৰে মোৰ ওচৰৰ চীটটো খালী আছিল। জাগীৰোডত এজন যাত্ৰী উঠি তাতে বহিল। চিনাকি হ'ল। ভদ্ৰলোকে শিৱসাগৰত চাকৰি কৰে। ঘৰলৈ আহিছিল। দেউতাকৰ শুকান মাছৰ ব্যৱসায়। ব্যৱসায় বেছ ভালেই। যথেষ্ট টকা উপাৰ্জন হয়। ব্যৱসায়ৰ লাভেৰেই সুদত টকা ধাৰে দিয়া আন এটা লাভজনক ব্যৱসায়ো চলায়। সকলো ঠিকেই আছিল। কিন্তু কিছুদিনৰ পৰা এটা বিপদ আৰম্ভ হৈছে। চান্দা বিচৰা। অঞ্চলটোত উগ্ৰপন্থী দল এটাই ধনী ধনী মানুহবোৰৰ পৰা সাংঘাতিক সাংঘাতিক পৰিমাণৰ চান্দা বিচাৰিবলৈ আৰম্ভ কৰিছে। দেউতাকৰ নামতো চিঠি আহিছে। তাৰেই খবৰ কৰিবলৈ ভদ্ৰলোকে শিৱসাগৰৰ পৰা জাগীৰোড পাইছেহি।

ভদ্ৰলোকে প্ৰায় স্বগতোক্তিৰ দৰে নিজৰ কথাবোৰ ক'বলৈ ধৰিলে। তেখেতৰ বক্তব্যই মোক অসমৰ বৰ্তমান ৰাজনৈতিক

সামাজিক অৰ্থনৈতিক অৱস্থাৰ কথা পুনৰায় সোঁৱৰাই দিবলৈ ধৰিলে। ভদ্ৰলোকজনে দেউতাকৰ ওচৰত টকা দাবী কৰা উগ্ৰপন্থী দলটোক বিশেষ জগৰীয়া কৰিব খোজা নাই। কৰিব খুজিছে অসমৰ বৰ্তমান শাসক শ্ৰেণীটোক। তেখেতৰ দৰেই অসমৰ আপামৰ ৰাইজে দীৰ্ঘদিনৰ কংগ্ৰেছী কুশাসনৰ পিচত আঞ্চলিক দল এটাৰ হাতত শাসনৰ বাঘজৰী এৰি দি সবল ভাবে আশা কৰিছিল যে এই নিকা চৰিত্ৰৰ তৰুণচামে পিচপৰা অসমখনৰ সাধাৰণ ৰাইজৰ হিতৰ হকে সঁচাই কিছু কাম কৰি দেখুৱাব পাৰিব। দেশলৈ শান্তি-সমৃদ্ধি ঘূৰি আহিব। কিন্তু হোৱাৰ বাটত হ'ল কি? ঘোৰ অৰাজকতা। অগপৰ এই চাৰি বছৰীয়া ৰাজত্বৰ দুৰ্নীতিয়ে যি তুংগত উঠিছেগৈ, এনে অৱস্থা অসমত আন কেতিয়াও হোৱা নাছিল। স্বজন-তোষণ, কৰাপচন, বন সম্পদ লুট, লাইচেন্সৰ কেলেংকাৰী এইবোৰত বাৰুকৈ পাৰ্গতালি দেখুৱাইছে শাসক শ্ৰেণীয়ে। আনফালে পাঠ্যপুথি নাই, চাকৰি বাকৰি নাই, প্ৰাণৰ সুৰক্ষা নাই। এনে স্থলত দুই চাৰিজন অকুতোভয় সৎ সাহসী ল'ৰাই অসমক প্ৰকৃত ভাবে, কেন্দ্ৰ তথা ৰাজ্য চৰকাৰৰ দমন নীতিৰ পৰা উদ্ধাৰ কৰিবলৈ লয় তাত সাধাৰণ ৰাইজে কেনেকৈ এক কথাত ভুল বুলি ক'ব? অৱশ্যে এই উগ্ৰপন্থী বাট যে তেনেই বিপদসংকুল, ভাৰতবৰ্ষৰ উচ্চ-শক্তিসম্পন্ন সামৰিক শক্তিৰ সমুখত নিতান্ত দুৰ্বল, এই কথাবোৰ ল'ৰাহঁতে ভাবি চাইছেনে নাই এই বিষয়ে সন্দেহ আছে। উগ্ৰপন্থী দলটোৱে নানা সমাজসেৱামূলক কাম কৰি গাঁৱে-ভুঞে ৰাইজৰ প্ৰশংসা লভিছে। মদৰ মহল বন্ধ কৰাইছে। নাৰী বিদ্বেষী লোকক শাস্তি দিছে, দুৰ্নীতিগ্ৰস্ত আৰু নিজৰ দায়িত্ব পালন নকৰা চৰকাৰী চাকৰিয়ালক সৈমান কৰাইছে, ধনী ধনী মানুহৰ পৰা চান্দা আদায় কৰিছে। আৰু এনেবোৰ কাম কৰি জনপ্ৰিয়তা অৰ্জন কৰা দলটোৰ বিৰুদ্ধে শাসক শ্ৰেণীয়ে বিশেষ একো কৰিব পৰা নাই বা কৰিব খোজা

নাই। কাৰণ শাসক শ্ৰেণী আজি নিজেই দুৰ্বল। আৰু এই দুৰ্বলতাৰ সুযোগ লৈ এই উগ্ৰপন্থী দলটোৱে অসমৰ বিভিন্ন ঠাইত প্ৰায় বিকল্প ধৰণৰ শাসন চলাব ধৰিছে। শাসক শ্ৰেণীৰ দুৰ্বলতাক বাৰুকৈ এক্‌চপ্লয়ট কৰি নিজৰ শক্তি বঢ়াইছে।

॥ তিনি ॥

## সাবিত্ৰী আৰু মই

নীহাৰেন্দুৰ অনুৰোধ মতে অফিচৰ কাম এটা উলিয়াই লৈ কিছুদিন পিচতেই ডিব্ৰুগড়লৈ গ'লো। চাহ ব্যৱসায়ী কাকতিকো লগ ধৰিবলোগৈ। তেখেতে বেছ উৎসাহ দেখুৱালে। নীহাৰেন্দুক সহায় কৰাৰ কথা পাহৰা নাই। নীহাৰেন্দুৰ চিনেমাখনৰ ভাল সমালোচনাবোৰ কাগজে-পত্ৰই তেখেতৰ চকুত পৰিছেই। পৰৱৰ্তী চিনেমাখনো ভাল হ'বই বুলি তেখেতৰ এটা ধাৰণা হৈ গৈছে। গতিকে চিনেমাখনৰ বাবে কিছু টকা লগোৱাত এতিয়ালৈকে কোনো অসুবিধা নাই। ময়েই তাৰ ছবিখনৰ চিত্ৰনাট্যকাৰ বুলি জানিবলৈ পাই মোকো ভালদৰে সোধপোচ কৰিলে। বাছষ্টেণ্ডত থৈ আহিবলৈ এখন গাড়ীও ঠিক কৰি দিলে। ড্ৰাইভাৰজনক ভালকৈ নিৰ্দেশ দি মোক বিদায় দিলে।

ঘটনাটো ঘটিল মই কাকতিৰ ঘৰৰ পৰা বাছষ্টেণ্ডলৈ ওভতাৰ বাটত। ড্ৰাইভাৰজনে অকণমান অসাৱধানতাৰে চল্লিছ পঞ্চাল্লিছ কিলোমিটাৰ বেগেৰে গাড়ীখন চলাই থকাৰ বাবেই এক্‌চিডেণ্টটো হ'ল। আমাৰ গাড়ীৰ বাওঁফালে গৈ থকা ৰিক্‌চাখনে হঠাতে কোনো আগজাননী নিদিয়াকৈ সোঁফাললৈ আহি যাব ধৰিছিল। ড্ৰাইভাৰে ব্ৰেক মাৰিলে যদিও ৰিক্‌চাখনৰ পিছ পিনে লগাই দিলে। ৰিক্‌চাত বহি আছিল মহিলা এগৰাকী। তেনেই কম বয়সীয়া বোৱাৰী এজনী। তেওঁ উফৰি পৰিল। হাতত থকা মোনাটো দূৰত পৰিলগৈ। ৰিক্‌চাখনৰ বিশেষ খতি খুন হোৱা

নাই। চকা এটা বেকা হৈছে। ভাগ্যে ওচৰে পাজৰে যি দুই চাৰিজন আছিল সকলোৱেই এক্‌চিডেণ্টটোৰ বাবে ড্ৰাইভাৰৰ দোষ নাই বুলি কলে। ৰিক্‌চাৱালাই কেলেই চিগনেল নিদিয়াকৈ ৰাস্তা পাব হ'ব বিচাৰিছিল সেইবাবেহে তাক কেইজনমানে খং কৰিলে। যাৰ হওক তাক ৰিক্‌চা মেৰামতি কৰিবলৈ ত্ৰিছটা টকা দি দিলে ড্ৰাইভাৰজনে। মই ভদ্ৰমহিলাক গাড়ীৰে ঘৰত থৈ আহিবলৈ প্ৰস্তাৱ দিলো। তেঁৱো বিশেষ আঘাত পোৱা নাই। হাতৰ মোনাত দৰবৰ বটল কেইটামান আছিল, সেইকেইটা ভাঙিল। মই আগ্ৰহ কৰিলো—তেনেহলে ফাৰ্মাচীলৈকে ব'লক। আপোনাব আঘাত আচোৰ কেইটাও দেখুৱাব পাৰিব আৰু দৰব কেইটাও বেয়া নেপায় যদি ময়েই কিনি দিওঁ।

ভদ্ৰমহিলাই ক'লে—মই বেছি দুখ পোৱা নাই। ডাক্তৰক দেখুৱাবলগীয়া হোৱা নাই। আৰু ঘৰটোও বেছি দূৰত নহয়। সেইটো—। এইখিনি খোজ কাঢ়িয়েই যাব পাৰিম। আপুনি যদি দৰব কেইটাহে আনি দিয়ে বৰ উপকাৰ হ'ব।

—নাই, নাই, তেনেকৈ নক'ব। এইখিনি সহায় কৰা মোৰ কৰ্ত্তব্যহে—। চাওঁ প্ৰেচক্ৰিপচনখন দিয়ক।

ভদ্ৰমহিলাই প্ৰেচক্ৰিপচনখন বেগৰ পৰা উলিয়াই দিলে। এনেতে ড্ৰাইভাৰজনে মাত লগালে—চাৰ আপুনি এখেতৰ ঘৰতে জিৰাওক। মই টাউনৰ পৰা দৰব কেইটা লৈ আনোগৈ।

মই হয়ভৰ দি ভদ্ৰমহিলাক কলো—বল'ক মই আপোনাৰ ঘৰতে অলপপৰ বহোগৈ। আপোনাক আগবঢ়াই দিয়াও হ'ব।

ভদ্ৰমহিলাই কলে—ব'লক।

এনেকৈয়ে মোৰ সৈতে সাবিত্ৰীৰ পৰিচয় ঘটিল অভাৱনীয়ভাৱে। সাবিত্ৰীৰ সৰু পৰিয়ালটো। এটা ল'ৰা। ৰিকুৰ সমানেই হ'ব তাৰ বয়স। নাম ৰণ্টু। দেউতাক শয্যাশায়ী। সাবিত্ৰীৰ গিৰিয়েক এটা অদ্ভুত যোগাযোগত পৰি পংগু হৈ গ'ল। চাবুৱাৰ ওচৰত

এখন চাহ-ভাতৰ দোকানৰ ওচৰত হঠাতে দুখন গাড়ী আহি ৰৈ যায়। এখনৰ পৰা যাত্ৰী দুজনমানে আনখন গাড়ীলৈ মেচিন-গানেৰে গুলী বৰ্ষণ কৰিবলৈ আৰম্ভ কৰে। গুলীয়াগুলীত ওচৰতে থিয় হৈ থকা সাবিত্ৰীৰ গিৰিয়েকৰ দুখন ভৰি আৰু কংকালত গুলী সোমায়। ভৰি দুখন এম্পুটেট কৰি কাটি পেলাবলগীয়া হয়। তেওঁৰ চিকিৎসাৰ বাবেই সাবিত্ৰীয়ে ঔষধ আনিবলৈ গৈছিল। বাটতে আমাৰ গাড়ীখনৰ লগত সাবিত্ৰীৰ ৰিক্চাখনৰ এক্চিডেণ্ট হয়। আৰু সাবিত্ৰীৰ সৈতে মোৰ পৰিচয়। .

মই সাবিত্ৰীহঁতৰ ঘৰৰ ড্ৰইংৰুমত বহি ৰণ্টুৰ সৈতে ইটো সিটো কথা পাতিব ধৰিলোঁ। সাবিত্ৰীয়ে অলপ পিচত চাহ একাপ আৰু বিস্কুট তিনিটা লৈ ওলাই আহিল। ৰণ্টুৱে আমাৰ পৰা বিদায় লৈ খেলিবলৈ ওলাই গ'ল। কোঠাটোৰ ভিতৰত কেৱল মই আৰু সাবিত্ৰী। সাবিত্ৰীয়ে ক'লে—

—চাহ খাওক। ঠাণ্ডা হৈ যাব।

মোক বাহিৰৰ কোঠাত বহিবলৈ দি ৰণ্টুৰ সৈতে চিনাকি কৰি দি সাবিত্ৰী ভিতৰলৈ সোমাই গৈছিল। সৰু কোঠাটোত এখন গোল টেবুল পাঁচখন চকী। এফালে সৰু খাট এখন। কোঠাটো পৰিপাটিকৈ সজোৱা। বেৰত দুখনমান কেলেণ্ডাৰ। দুখনমান ফটো। কোঠাটোৰ দুটা চুকত সৰু টেবুল দুখনত দুটা ফুলদানীত প্লাষ্টিকৰ ফুল। ফুলবোৰত অযত্নৰ ধুলি। মই চাহৰ কাপত চুমুক দি মনে মনে ড্ৰাইভাৰজনে ঔষধ লৈ উভতি অহালৈ বাট চাই ৰ'লো। এনেতে ভিতৰৰ পৰা আহ্বান আহিল—

—সাবিত্ৰী। সাবিত্ৰী তুমি আহিলা নেকি ?

—আপুনি চাহ খাওক দেই। তেখেতে সাৰ পালে যেন পাইছোঁ। এই বুলি সাবিত্ৰী ভিতৰ কোঠালৈ সোমাই গ'ল। অলপ পিচতে আকৌ ওলাই আহিল। আহি ক'লে—

—তেখেতে আপোনাৰ সৈতে চিনাকি হ'ব বিচাৰিছে। এপ্ধাৰ

কোঠা এটাৰ ডাঙৰ বিছনা এখনত মানুহজন নিশ্চল হৈ পৰি আছে। মানুহজনৰ চেহেৰাত অকণো উজ্জ্বলতা নাই। মানুহজন শুই থকা বিছনাখনৰ ওচৰলৈ আগবঢ়াই দিয়া চকীখনত বহাৰ লগে লগে মোৰ নাকত এটা অদ্ভুত গন্ধই আক্ৰমণ কৰিলে। মই আচৰিত হৈ মানুহজনৰ ফালে চালো। অনুজ্জ্বল চেহেৰাৰ মানুহজনৰ চকুদুটা ইমান উজ্জ্বল হৈ উঠিছে মোক দেখি। মানুহজনে একমনে কবলৈ ধৰিলে—

—আপুনি সাবিত্ৰীক ঘৰলৈ আগবঢ়াই দিবলৈ আহিছে। একচিডেণ্টত নষ্ট হৈ যোৱা দৰববোৰ আকৌ আনিবলৈ পঠাইছে। মোক সকলো কথা কৈছে সাবিত্ৰীয়ে—আপুনি হেনো চেণ্ট্ৰেল গভমেণ্টৰ ডাঙৰ অফিচাৰ—। বৰ ভাল লাগিল আপোনাৰ সৈতে চিনাকি হৈ—মাজে মাজে আহিব। আজিকালি আমাৰ আপোন বুলিবলৈ মানুহ কমি আহিছে—মাত এষাৰ লগাবলৈকো টান্ পায় সকলোৱে। অথচ এদিন যেতিয়া কামকাজ কৰিব পাৰিছিলো···

সাবিত্ৰী দুৱাৰৰ ওচৰত থিয় হৈ আছিল। বাধা দিবলৈ মাত লগালে···তুমিনো এইখন কি দুখৰ বকলা মেলিলা। তেখেতে বেয়াই পাইছে চাগে। আৰু তেখেত ইয়াত নেথাকে নহয়, মাজে মাজে আহিবলৈ—

প্ৰসংগটো সলাবলৈ মই মানুহজনে গুলীৰ আঘাত পোৱা এক্চিডেণ্টটোৰ কথা সুধিবলৈ ধৰিলোঁ। তেওঁ ক'লে—

—এ নক'ব আৰু। মই গৈছিলোঁ কণ্ট্ৰেক্ট এটাৰ খবৰ কৰিবলৈ চাবুৱালৈ। ওভতোতে পলম হোৱা বাবে ভাবিলো, বাটতে ভাত কেইটা খাই লওঁ। হোটেল এখনত ভাতপানী খাই পাণ এখন খাওঁ বুলি ওলাই গৈছো। এনেতে আহিলেই নহয় গাড়ী দুখন। এখনে আহি আনখনক বাট ভেটি ধৰিলে। ধুমধাম গুলী চলি গ'ল। তাৰ পিচত কি হ'ল মোৰ হুচ নাই। হস্পিটেলতহে সাৰ পাইছো···।

মই সুধিলো—কিন্তু গুলী চলালে কোনে ? কাক মাৰিবলৈ ?

—সেইবোৰ কথা কোনেও ভালকৈ ক'ব নোৱাৰে। পুলিচ অফিচাৰ এজন টাৰ্গেট আছিল। কিছুমানে কয় আল্ফাই মাৰিলে। কিছুমানে কয় তিনিচুকীয়াৰ মদৰ মহলৰ মালিকে টকা দি পুলিচজনক মৰাৰ চেষ্টা কৰিছিল। মাজতে বিনা কাৰণত মৰিলো মই আৰু পাণ দোকানীটো।

এনেতে বাহিৰৰ বাৰান্দাৰ পৰা ড্ৰাইভাৰজনে মাত লগালে—

—চাৰ দৰবখিনি আনিলোঁ।

মই যেন ৰক্ষাহে পৰিলোঁ। কোঠাটোৰ ভিতৰৰ পংগু মানুহজনৰ হা-হুতাশ, সাবিত্ৰীৰ নিৰাশ মুখখনৰ ভাৱলেশহীন চাৱনি, বিছনাখনৰ পৰা নিৰ্গত অদ্ভুত গোন্ধটো, গোটেই বাতাবৰণটো গধুৰ কৰি ৰখা নিৰাশাভৰা এন্ধাৰখিনিৰ পৰা সোনকালে আঁতৰি যাবলৈ এটা ছলহে পালো যেন। লৰালৰিকৈ উঠি বাহিৰ কোঠালৈ যাবলৈ লওঁতে মোৰ চকুত নপৰিল যে মাজ মজিয়াতে অলপ পানী ডোকা বান্ধি আছে। পানীখিনিত মোৰ খোজটো পৰিল। আৰু লগে লগে মই পিছল খাই পৰি গ'লোঁ। ড্ৰাইভাৰজন আৰু সাবিত্ৰী দুয়ো মোক তুলি ধৰিলেহি। মই বৰ অপ্ৰস্তুত হৈ বাহিৰ কোঠালৈ ওলাই আহিলোঁ। হাতৰ দৰবখিনি টেবুল এখনত থৈ ড্ৰাইভাৰজনে মোৰ কাপোৰকানি জোকাৰি দিবলৈ মোৰ লগে লগে ওলাই আহিল।

অলপ পিচতে সাবিত্ৰীও বাহিৰ কোঠালৈ ওলাই আহিল। হাতত মোৰ মানি বেগটো। খুব সম্ভৱ পিছল খাই পৰোতে মোৰ জেপৰ পৰা ওলাই গৈছিল। সাবিত্ৰীয়ে সুধিলে—

—চাওকচোন, এই মানিবেগটো আপোনাৰেই বোধহয়।

মই মানিবেগটো গ্ৰহণ কৰি কলো—অ'। এৰা। হয়তো।

মানিবেগটো জেপত সুমুৱাই মই এইবাৰ সাবিত্ৰীৰ পৰা বিদায় ললো—আজিলৈ যাওঁ। বৰ দিগদাৰী দিলো।

সাবিত্ৰীয়ে উত্তৰত ভদ্ৰতা কৰিলে—নাই। একো দিগ্‌দাৰী নাই। আপোনাকহে অসুবিধাত পেলালোঁ। আপুনি আজিয়েই ডিব্ৰুগড় এৰিব নহয় জানো ?

—অ' চাৰে পাঁচ ছয়মানত এখন বাছ আছে। সেইখনতেই যাম।

—আকৌ কেতিয়াবা আহিলে সোমাব।

—চাওঁ বাৰু।

বাছত বহি মই সাবিত্ৰীহঁতৰ কথাকে ভাবিবলৈ ধৰিলোঁ। ছোৱালীজনী বয়সত মৰমীতকৈও সৰু হ'ব কিজানি। ইমান কম বয়সতে জীৱনটোৱে তাইৰ সৈতে এনেকুৱা কুটিল ৰহস্য কৰিছে। স্বামী পুত্ৰৰ স্বচ্ছল সংসাৰ এখন হঠাতে অনিশ্চয়তাত ডুবি গ'ল। দোষ কাৰ ? দোষ তাইৰ কদাপি নহয়। দোষ তাইৰ স্বামীৰো নহয়। দোষ - এই সময়খিনিৰ। অস্থিৰ ৰাজনীতি, অস্থিৰ অৰ্থনীতিৰ। অস্থিৰ ৰাজনীতিয়ে জন্ম দিছে উগ্ৰপন্থী দলবোৰৰ। অস্থিৰ অৰ্থনীতিত সুবিধা বুজি চোৰাং কাৰবাৰ তথা ক'লা ধন বোটলাৰ কামত উঠিপৰি লাগি পৰিছে লোভী ব্যৱসায়ীৰ দল। ফলত আৰম্ভ হৈছে সংঘাতৰ। আৰম্ভ হৈছে সন্ত্ৰাসৰ। আৰম্ভ হৈছে অনিশ্চয় সময়ৰ। আচলতে এই সময়ৰ অনিশ্চয়তাখিনিয়েই সাবিত্ৰীহঁতক পাৰ্কেৰ্চনৰ পৰা আঁতৰাই নিছে। নিখুঁত সংসাৰ এখন আছিল তাইৰ। কণ্ট্ৰেক্টৰ গিৰিয়েকৰ আৰ্থিক স্বচ্ছলতাই ৰণ্টু আৰু তাইৰ সুখশান্তি ভৰাই তুলিছিল। হঠাতে চলিল আততায়ীৰ অসতৰ্ক গুলী আৰু তৎক্ষণাৎ ভাঙি পৰিল সিহঁতৰ তাচৰ ঘৰ। স্বচ্ছলতাৰ পৰা দৰিদ্ৰতালৈ তৎক্ষণাৎ ঘটিল অৱনতি। সাঁচতীয়া টকা খৰচ হৈ গ'ল গিৰিয়েকৰ চিকিৎসাত। এতিয়া এনে অৱস্থা যে অচিনাকি মানুহৰ পইচাৰে দৰৱ কিনোৱাই আনিবলৈকো তাই অকণো দ্বিধা নকৰে। অৱস্থাৰ লগত সাবিত্ৰীয়ে বুজাপৰা কৰি ল'ব নে তাইৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ উঠিপৰি লাগি যাব ? এই প্ৰশ্নটোৰ উত্তৰ মোৰ জানিবলৈ বৰ মন গ'ল। দেখদেখকৈ

শিবিয়েকৰ সৈতেই তাইৰ ফুৰুলীয়া জীৱনটোও পংগু হৈ গ'ল। আকৌ জীৱনটোক যিমান দূৰ পৰা যায় ক্ষতহীন, খুঁতহীন কৰিবলৈ তাই কেনেদৰে চেষ্টা চলাব ?

মই আকৌ দুদিনমান পিচত সাবিত্ৰীহঁতৰ ঘৰলৈ যাবলগীয়া হলোঁ। কৰ্মস্থানলৈ উভতি মই আৱিষ্কাৰ কৰিলোঁ যে মোৰ পৰিচয় পত্ৰখন অৰ্থাৎ আইডেণ্টিটি কাৰ্ডখন জেপত নাই। নিশ্চয় সাবিত্ৰীহঁতৰ এন্ধাৰ কোঠাটোত পিছল খাই পৰাৰ সময়ত জেপৰ পৰা মানিবেগটোৰ সৈতেই ওলাই পৰিছিল। সাবিত্ৰীয়ে মানিবেগটো দেখিলে কিন্তু আইডেণ্টিটি কাৰ্ডখন নেদেখিলে। পিচত বিচাৰি পাইছে যদি নিশ্চয় থৈ দিছে। মই যিটো চাকৰিত কাম কৰো তাৰ বাবে আইডেণ্টিটি কাৰ্ডখন বৰ দৰকাৰী বস্তু। এতেকে দুদিনমান পিচতে আকৌ মই ডিব্ৰুগড় অভিমুখে বাছত উঠিলোঁ। ডিব্ৰুগড় গৈ পাওঁতে পলম হৈছিল। মই ঠিক কৰিছিলো ডিব্ৰুগড়ত দুঘণ্টামান কটাই নাইটবাছ এখনত উঠি মৰাণলৈ উভতি আহিম। মৰাণত মোৰ সম্পৰ্কীয় বাইদেউ এজনী থাকে। তাইৰ ঘৰত ৰাতিটো কটাম। ডিব্ৰুগড় গৈ পোৱাত শুনিলোঁ নাইট বাছবোৰ নচলে হেনো। পিচদিনা কাৰিব বন্ধ নে বড়ো বন্ধ আছে। মই ৰিক্চা এখন লৈ সাবিত্ৰীহঁতৰ ঘৰ পালোগৈ। সাবিত্ৰীয়ে আদৰ সাদৰ কৰি বহুৱালে। মই ৰিক্চাখনক ৰবলৈ কলোঁ। ভাবিছিলোঁ বিক্চাখনতেই উঠি টাউনলৈ উভতি গৈ হোটেলত উঠিমগৈ। ৰিক্চাৱালাটোৱে নেমানে। ৰাতি বিয়লি টাউনৰ পৰা তাৰ ঘৰলৈ উভতি অহাটো বিপজ্জনক হেনো। ৰাস্তাত হয় পুলিচে দিগদাৰী কৰে, নহয় ল'ৰাবোৰে টকা পইচা আজুৰি লৈ যায়। সাবিত্ৰীয়ে আমাৰ বাক-বিতণ্ডা শুনা পাই মোক ৰাতিটো সিহঁতৰ ঘৰতে কটাই যাবলৈ অনুৰোধ কৰিলে। ইমান দূৰ বাট খোজকাঢ়ি টাউনৰ হোটেলত

উঠাতকৈ কষ্ট নেপালে মই সাবিত্ৰীহঁতৰ ঘৰতে ৰাতিটো কটাই যাব পাৰোচোন ?

মই সাবিত্ৰীৰ অনুৰোধ তৎক্ষণাৎ হাঁ-না একো নকৈ ৰিক্‌চাৱালাটোক ভাড়া দি বিদায় দিলোঁ। আইডেণ্টিটি কাৰ্ডখন আছিল। সাবিত্ৰীয়ে ঘৰ সাৰোতে বিচাৰি পাই সাঁচি থৈ দিছিল। গিৰিয়েকৰ জ্বৰ। মই বেছি কথা নেপাতিলোঁ। গধূলি সময়খিনি সাবিত্ৰী পাকঘৰত ব্যস্ত হৈ থাকিল। আৰু ৰণ্টু মোৰ লগত। ৰণ্টুৰ লগত ইটো সিটো কথা কৈ, স্লেটত অংক দেখুৱাই, ছবি আঁকি তৎক্ষণাৎ সময়খিনি পাৰ হৈ গ'ল। চাৰে আঠমান বজাত ৰণ্টুক ভাত খুৱাবলৈ মাতি নিলে সাবিত্ৰীয়ে। মই বাহিৰ কোঠাৰ বিছনাখনত দীঘল দি পৰি ভাবিব ধৰিলোঁ কেলেই মই ইমান সহজে সাবিত্ৰীৰ নিমন্ত্ৰণত অচিনাকি পৰিয়াল এটাৰ লগত ৰাতি কটাবলৈ ৰাজি হৈ গলো ? কিহৰ আকৰ্ষণত ?

ৰাতি ভাতপানী খোৱা হোৱাৰ পিচত গিৰিয়েক আৰু ৰণ্টু টোপনিত পৰিল। সাবিত্ৰীয়ে মোক পাকঘৰলৈকে মাতি নি খুৱালে। সাধাৰণ ডাইল ভাত আৰু কণী ভজা। খাই উঠি মই বাহিৰ কোঠালৈ আহিলোঁ। পাকঘৰৰ পৰা আজৰি হৈ মুখহাত ধুই সাবিত্ৰী ভিতৰ সোমালহি। অলপ পিচতে তাই নতুন বিছনা চাদৰ আৰু আঠুৱা এখন আনি বাহিৰৰ খাটখনতেই মোৰ বাবে বিছনা পাৰিবলৈ ধৰিলে। কাম শেষ হোৱাৰ পিচত মোৰ পিনে চাই সুধিলে—আজি বৰ কষ্ট হ'ল নহয়, আপোনাৰ ?

মই পুৰাৰ বাৰ্তাৰ কাকতখনৰ সম্পাদকীয় পাঢ়ি আছিলোঁ। উত্তৰ দিলো—

—নাই নাই কি কষ্ট হ'ব ? আমিতো হোটেলত থকা, হোটেলত খোৱা মানুহ। এনেকৈ মাজে মাজে কাৰোবোৰ হাতৰ বন্ধা খালে জুতিয়েই পোৱা যায়।

—যাওক, কিনো খুৱালোঁ, শুদা ডাইল ভাত সোপা !

আপোনাৰ ৰাতি পানী খোৱাৰ অভ্যাস আছে নেকি? পানী এগিলাচ আনি থম নেকি?

—নেলাগে। হ'ব।

মোৰ বহুপৰলৈকে টোপনি অহা নাছিল। বিছনাত পৰি মোৰ আৰু সাবিত্ৰীৰ জীৱনদুটা বিজাই চাবলৈ ধৰিলোঁ। আমাৰ দুয়োটোৰে জীৱন ভগ্নাংশ জীৱন। সম্পূৰ্ণতাৰ পৰা বহু দূৰত। মোৰ মৰমীজনী নাই। সাবিত্ৰীয়ে গিৰিয়েক থাকিও নাই। সাবিত্ৰীয়ে তাইৰ ভগ্নাংশ জীৱনটো জোৰা লগোৱাৰ প্ৰচেষ্টাত মিছাই কষ্ট কৰি আছে। গিৰিয়েকৰ চিকিৎসাত দেহেকেহে লাগি গৈছে। মই ৰিকুৰ দায়িত্বও অইনৰ কান্ধত সঁপি আঁতৰি আহিছোঁ। মই বাৰু মোৰ জীৱনৰ খালী অংশবোৰকে পূৰাবলৈকে সাবিত্ৰীৰ ওচৰলৈ দৌৰি আহিছো নেকি? নহলেনো কেলেই মই আজি ৰাতি সাবিত্ৰীৰ ঘৰত কটোৱাৰ নিমন্ত্ৰণটো ইমান সহজে গ্ৰহণ কৰিলোঁ? মই কি বিচাৰিছো বাৰু? এজনী অৰক্ষণীয় ধুনীয়া ছোৱালীৰ বাধাহীন সান্নিধ্য? মোৰ মৃতা স্ত্ৰীৰ অবৰ্তমানত? এজনী অকলশৰীয়া দুৰ্ভগীয়া ছোৱালীৰ দুৰ্বলতাৰ সুযোগ লৈ মোৰ ভগ্নাংশ জীৱনৰ লোভ লালসাবোৰ চৰিতাৰ্থ কৰিব খুজিছো নেকি? নে সাবিত্ৰীয়েহে মোৰ দুৰ্বলতাৰ সুযোগ লৈ মোৰ পৰা সহায় বিচাৰিছে আজি, তাইৰ ভাঙি পৰিব খোজা সংসাৰখন জোৰা লগাবলৈ? তাই জানে মই বিপত্নীক। তাই জানে মোৰ বিশেষ দায়দায়িত্ব নাই কাৰো বাবে। এনে অৱস্থাত মোক সিহঁতৰ স্থায়ী বন্ধু ভাবে পালে তাইৰ কামটো সহায় হ'বনে? কোনে কাৰ দুৰ্বলতাৰ সহায় ল'ব বিচাৰিছে? কোনে কাক এক্‌চ্‌প্লয়ট্ কৰিব বিচাৰিছে?

মোৰ টোপনি অহা নাছিল। বিছনাতে ইকাতি সিকাতি কৰি আছিলোঁ। প্ৰায় এঘণ্টামানৰ মূৰত মই কোঠাটোত সাবিত্ৰীৰ

উপস্থিতি উপলব্ধি কৰিলোঁ। তাই এন্ধাৰতে মোৰ বিছনাৰ ওচৰলৈ আহি সুধিলে—

—কি হ'ল ? টোপনি অহা নাই ?

মই উত্তৰ নিদিলো। তাই লাহে লাহে নিঃশব্দে উভতি যাব ধৰিলে। এনেতে মই মাত দিলোঁ—কোন ?

—মই। মই সাবিত্ৰী।

—কি হ'ল ?

—নাই। আপনাৰ বিছনাত খুটখাট শব্দ শুনি ভাবিছিলো আঠুৱাৰ ভিতৰত ম'হ সোমাই দিগ্‌দাৰী কৰিছে নেকি ?

—নাই ম'হ ট'হ নাই।

—তথাপি আহিলো যেতিয়া চায়েই যাওঁ।

এইবুলি সাবিত্ৰীয়ে লগতে অনা-পেঞ্চিল টৰ্চটো জ্বলাই মোৰ আঠুৱাখন এফালেদি ডাঙি ভিতৰখন পৰীক্ষা কৰিব ধৰিলে মনোযোগেৰে। মই মূৰ্তিৰ্য্য নিশ্চল হৈ পৰি ৰলো বিছনাত। মোৰ শায়িত শৰীৰৰ নিচেই কাষতে সাবিত্ৰীৰ তেজমঙহৰ কেচা শৰীৰটো থিয়। ইচ্ছা কৰিলেই মই তাইক দুহাতেৰে সাবতি আকৰ্ষণ কৰি বিছনাত শুৱাই দিব পাৰোঁ। কিন্তু নিদিলোঁ। কি এটা অবুজ বাধা, ভিতৰৰ পৰা ওলাই অহা এটা নিৰ্বাক আপত্তি, আৰু ঘটনাৰ আকস্মিকতাত মোৰ অপ্ৰস্তুতিয়ে খুব সম্ভৱ মোক নিঠৰ কৰি ৰাখিলে সেই সময়খিনি যেতিয়ালৈকে তাই আঠুৱা তলত নথকা ম'হ বিচাৰি থাকিল।

॥ চাৰি ॥

## মোৰ সৈতে মই

সাবিত্ৰীৰ ঘৰত ৰাতি কটাই অহাৰ পিচৰে পৰা প্ৰায়েই তাইৰ কথা মনত পৰি থকা হ'ল। তাইৰ ধুনীয়া মুখখন, ডাঙৰ ডাঙৰ চকুজুৰি, পাতল ভুৰু দুটা, সৰু নাকটো, পুৰঠ ওঠ দুটা আৰু

ঈষৎ ক্ষীণ শৰীৰটো, তাই পিন্ধি থকা হালধি লগা সেউজীয়া পাৰিৰ চাদৰখন, পাটৰ মেখেলাৰ খচমচ। তাইৰ কথা প্ৰায়েই মনত পৰি থকা সত্বেও মই ডিব্ৰুগড়লৈ যাবলৈ সিমান উৎসাহ নোপোৱা হলো। কিজানি মোৰ অবচেতন মনত এটা ভয় উপজিছিল সাবিত্ৰীৰ ফালৰ পৰা। সাবিত্ৰীৰ ওচৰলৈ গলেই যেন মই মোৰ মৃতা স্ত্ৰী মৰমী স্মৃতিবোৰ তেনেই পাহৰি যাম। সাবিত্ৰীক সমুখত পালেই যেন মই মৰমীক পাহৰি পেলাম, সেই মৰমীকয় যিজনীয়ে গোটেই জীৱনটো মোৰ সুখ শান্তি সন্তোষৰ বাবে নিজকে বিলাই দি অকালতে ঢুকাই থাকিল। সেইজনী ছোৱালীৰ সোঁৱৰণীৰ সৈতে মই জানি শুনি কেনেকৈ বিশ্বাস-ঘাতকতা কৰোঁ। মোৰ হিয়াৰ সংকল্পৰ ওপৰত মোৰ বিশ্বাস আছে কিন্তু শৰীৰৰ তাগিদাবোৰৰ ওপৰত নাই। সেই কাৰণেই কিজানি মই সাবিত্ৰীহঁতৰ খবৰ লবলৈ ডিব্ৰুগড়লৈ যাবলৈ ভয় খাই আছিলোঁ। এনেতে এদিন চিঠি এখন পালোঁ সাবিত্ৰীৰ পৰা ঃ টকা দুহেজাৰ লাগে। গিৰিয়েকৰ কিবা এটা ৰিকনষ্ট্ৰাক্টিভ্ চাৰ্জাৰী কৰি চাব বিচাৰিছে ডাক্তৰে। অৱস্থা ভাল হ'লেও হ'ব পাৰে। চিঠিখনৰ শেষৰ পিনে বেচেৰী বেছ ইম'চনেল। বেছ চেণ্টিমেণ্টেল হৈ পৰিছে ঘৰৰ মতৰ বিৰুদ্ধে বিয়া কৰোৱা বাবে আমাক দেউতাৰ ঘৰেও এৰিলে, শহৰৰ ঘৰৰ মানুহেও সোমাব নিদিয়ে। এওঁৰ এইটো নিজা ঘৰ নথকাহ'লে ইমানদিন গছৰ তলে হাবিৰ তলে থিতাপি ল'ব লাগিলহেঁতেন। কেতিয়াবা কেতিয়াবা অকলে অকলে বৰ নিৰাশ হৈ পৰো। এদিন চিপজৰী লম বুলিয়েই ঠিক কৰিছিলো। নোৱাৰিলো। সাহস নহ'ল। তেতিয়াৰ পৰা জীয়াই থকাৰ নিচাই পাইছে। যুদ্ধ কৰিয়েই জীয়াই থাকিম। এওঁৰ অসুখ ভাল কৰিম। বণ্টুক ডাঙৰ কৰিম। যেনেকেই হওক, যিদৰেই হওক। জীয়াই থকাৰ নিচাই মোক উন্মত্ত কৰি ৰাখিছে।......"

নিচাৰ কথাটোৱে মোক প্ৰলয়ৰ কথা মনত পেলাই দিলে।

প্রলয় আমাৰ সমসাময়িক আছিল। খুব চোকা ল'ৰা। মেট্রিক প্রি ইউত ষ্টেণ্ড কৰি দিল্লীলৈ পঢ়িবলৈ গুচি গ'ল। দিল্লীত সি ৰাজনৈতিক আন্দোলনত জড়িত হৈ পৰিল। সেইসময়ত ছাত্র সমাজৰ একাংশ দিল্লী, পাঞ্জাব, বঙ্গ, অন্ধ্র প্রদেশ, কেৰালা আদি ঠাইত উগ্র বামপন্থী ৰাজনীতিক সাৱতি লৈ দেশৰ গৰীব দুখীয়া কৃষক মজদুৰ শ্রেণীৰ উত্থানৰ জৰিয়তে দেশৰ শাসনতন্ত্রৰ সৈতে সমুখ সমৰত নামিছিল। বহু ক্ষেত্রত ঠায়ে ঠায়ে এওঁলোক কিছুদূৰ সফলো হৈছিল। যেনেকৈ ডেবৰা গোপীবল্লভপুৰ, নকশালবাড়ী আদি ঠাইত। আনকি চীনদেশৰ বিপ্লৱী চৰকাৰেও ভাৰতবৰ্ষৰ এই মূলতঃ ছাত্র আন্দোলনটোক অভিনন্দন জনাইছিল 'বসন্তৰ নিৰ্ঘোষ' বুলি। সৎ, সবল, নির্মল চৰিত্রৰ এই যুৱকবোৰে জপিয়াই পৰিছিল আন্দোলনত ভাৰতবৰ্ষৰ শোষক চৰকাৰৰ বিৰুদ্ধে বিশেষ নভবা নিচিন্তাকৈয়ে। এই ল'ৰাবোৰৰ মাজত প্রলয়ো আছিল। আন্দোলনৰ উচ্ছাসত কোনেও চিন্তা কৰিবলৈ সময় নেপালে সিহঁতৰ শত্রু ভাৰত চৰকাৰৰ চোৰাংচোৱা বিভাগ, পুলিচ বাহিনী, সামৰিক শক্তি কিমান শক্তিশালী। ফলত অবধাৰিতভাবে আন্দোলনটোক নিৰ্দয়তাৰে দমন কৰা হ'ল। বহু যুৱকক হত্যা কৰা হ'ল, বহুজনক বিচাৰহীন অৰস্থাত কাৰাগাৰত পচাই ৰখা হ'ল, বহুজনক দিয়া হ'ল ফাচী আজীবন জেল। প্রলয়ো ধৰা পৰিল এঠাইত। প্রায় সাত বছৰৰ মূৰত যেতিয়া সি মুক্তি পালে—কংগ্রেছী শাসনৰ অন্তত জনতা চৰকাৰৰ কৃপাত তেতিয়া সি এটা ভগ্নাংশ পুৰুষ। জেলত তাক মৰ্ফিন ইঞ্জেকশন দি দি সম্পূৰ্ণ নিচাসক্ত এটা অক্ষম পুৰুষ কৰি পেলোৱা হৈছিল। উভতি আহি কিছুদিন সি তাৰ ককায়েকৰ লগত আমাৰ চুবুৰীত আছিল। প্রায়েই মোৰ পৰা টকা ধাৰ কৰি নিচা কিনিবলৈ গৈছিল। ককায়েকৰ পৰা পইচা নেপালে, বন্ধুৰ পৰা ধাৰ নেপালে, ঘৰৰ বস্তু বাহানি পৰ্যন্ত চুৰ কৰি বিক্রী কৰাত ধৰিছিল।

এদিন কফায়েকে তাক ঘৰতে হাতভৰি বান্ধি থ্‌ৱ মাৰিলে। তাৰ পিচদিনাৰ পৰা তাক দেখা পোৱা নগ'ল। সি কৰ'বাত হেৰাই গ'লগৈ।

সাবিত্ৰীৰ এই জীয়াই থকাৰ নিচাই তাইকো কোনো নৰকলৈ নমাই নিনিয়েতো? মই তাইলৈ টকা দুহেজাৰ মণিঅৰ্ডাৰ কৰি পঠিয়াই দিলো। তাৰপিচত ভাবিবলৈ বহিলো সাবিত্ৰীৰ অসম্পূৰ্ণ জীৱনটোক প্ৰায় সম্পূৰ্ণ কৰি তুলিছে তাইৰ জীয়াই থকাৰ লালসাই, গিৰিয়েকক পুনৰ সুস্থ কৰি তোলাৰ অদম্য বাসনাই। তাইৰ এই চেষ্টাত ময়ো অকণমান সহায়েই কৰি দিলো বাৰু? তাই মোৰ পৰা এনেকৈ আৰ্থিক সহায় আদায় কৰি নিয়াটোত তাইৰ প্ৰতি থকা মোৰ দুৰ্বলতাক তাই কামত লগাইছে বুলিনো কেলেই ভাবিছো মই? এই চিন্তাটো আন একো নহয়, মোৰ নিজৰেই নীচাত্মিকাবোধ।

এইবোৰ বাৰেবাংকৰা ভাবি থাকোতেই মোৰ কেৱল মনত পৰিব ধৰে মৰমীজনীৰ কথা। বিয়াৰ পিচত কাশ্মীৰলৈ ফুৰিবলৈ যোৱাৰ কথা। ডাল লেকৰ মাজত চাৰচিনাৰীত বহি দিনটো কটাই দিয়াৰ কথা। গুলমাৰ্গলৈ তলৰ পৰা ঘোঁৰাত উঠি যাওঁতে বাটতে পৰি মৰমীৰ দুখ পোৱাৰ কথা, উভতি দিল্লীত মই অসুখত পৰোতে হোটেলত মোৰ কপালত জলপটি দি দি মৰমীৰ গোটেই ৰাতি সাৰে থকা কথা। আজিও মৰমীৰ স্মৃতিয়ে মোক গোটেই ৰাতি সাৰে ৰাখে কেতিয়াবা কেতিয়াবা।

এনেতে এদিন হঠাতে নীহাৰেন্দু আহি ওলালহি মোৰ কোৱাটাৰত। আহিয়েই সুধিলে—কি হ'ল? মোৰ নেক্‌চ্‌ট্‌ চিনেমাৰ স্ক্ৰিপ্ট লেখা শেষ হ'ল নে, নাই?

নীহাৰেন্দুৰ উৎসাহ বাঢ়ি গৈছে। তাৰ চিনেমথন বিক্ৰী হোৱাৰ আশা দেখা গৈছে হেনো। দাম অৱশ্যে মনঃপুত ভাবে মিলা নাই। কিন্তু টিভিয়ে কিনি ললে অলপ লাভ ৰবগৈ। ইপিনে

মণিয়েও তাগিদা দিবলৈ আৰম্ভ কৰিছে হেনো। আজিকালি প্ৰায়েই লগ ধৰিবলৈ আহে মণিয়ে। পৰৱৰ্তী চিনেমাখন কৌতিয়াকৈ নীহাৰেন্দুৱে আৰম্ভ কৰিব সোধে। তাইৰ বাবে উপযুক্ত ভূমিকা থাকিবই লাগিব বুলি আব্দাৰ ধৰে।

নীহাৰেন্দু এদিন থাকিল মোৰ লগত। তাক মই সেইদিনা নাইটবাছত যিমান দূৰলৈকে ভাবিছিলো চিত্ৰনাট্যৰ গল্পটোৰ কথা সিমানলৈকে শুনাই দিলো। সি বেছ উৎসাহিত হ'ল। গল্পটো ৰৰ বাঢ়িয়াকৈ আগবাঢ়িছে হেনো, তাৰ মতে। এতিয়া মই বাকীখিনি ভাবি উলিয়াই লিপিবদ্ধ কৰি পেলালেই হ'ল। ফাইনেঞ্চৰ বাবে চৰকাৰী নিগমটোৰ ওচৰ চাপিব পাৰিম তেতিয়া।

মই আকৌ গল্পটোৰ কথা ভাবিবলৈ বহিলো নীহাৰেন্দুক বিদায় দি উঠি। সেই গায়কজনৰ গল্পটো যিজনে স্ত্ৰী বিয়োগৰ পিচত অসম্পূৰ্ণতাৰ অতৃপ্তিত জনপ্ৰিয়তাৰ সহজ বাট এটি আধুনিক গান বাদ দি লোকগীত, বৰগীত' জিকিৰ আদি অধ্যয়ন কৰিবলৈ গাঁৱলৈ গৈ সাম্প্ৰদায়িক কন্দলৰ, মাৰপিট হত্যাৰ মাজত পৰি নিজৰ গায়ক কণ্ঠটোকে হেৰুৱাই পেলালে। হচ্পিটেলত লগ পালে তাক তাৰ এসময়ৰ বন্ধু অমৃত ৰাভাই। অমৃতে তাক লৈ যাব সিহঁতৰ গাঁৱলৈ। তাক সুস্থ কৰি তুলিবলৈ। অসমৰ সীমামুৰীয়া ঠাই এখনত জংগল ভাঙি নতুনকৈ বহা সিহঁতৰ সৰু গাঁওখন। কিছুমান বানে মাটিবাৰী ভাঙি নিয়া অসমীয়া ঘৰ, কেইটামান বড়ো ঘৰ—আন ঠাইৰ পৰা উঠি অহা, কিছুমান নেপালী পৰিয়াল, দুই চাৰিটা চাহ বনুৱা সম্প্ৰদায়ৰ পৰিয়াল। এনেকুৱা সানমিহলি কিন্তু ঠাল-ঠেঙুলি বিহীন, ক'তো শিপা নথকা, উটি ভাহি ফুৰা কিছুমান মানুহ আহি জংগল ভাঙি ইয়াতে নতুনকৈ গাঁও এখন পাতি বহিছে। তালৈ নতুনকৈ মাতি আনিব অমৃতে তাৰ বন্ধু তৰুণক। তৰুণো অমৃতৰ লগতেই গাঁওখনৰ উন্নতিৰ হকে লাগি যাব দেহে কেহে। দুয়োটাৰ উদ্যোগত এখন

ভেণ্ডাৰ স্কুল আৰম্ভ হ'ব। ৰাতি ৰাতি গীত-মাত-ভাওনাৰ আখৰা চলিব। এনেকৈ সৃষ্টিৰ আনন্দত মতলীয়া হৈ তৰুণে লাহে লাহে ওভতাই পাব তাৰ গানৰ কণ্ঠ। এনেতে বিপৰ্যয় নামি আহিব। চৰকাৰৰ পৰা সংকীয়নি আহিব। সিহঁতে ঠাই টুকুৰা এৰি গুচি যাবলৈ নটিচ জাৰী হ'ব। ৰিজাৰ্ভ ফৰেষ্টত বেআইনী ভাবে বসতি কৰা অপৰাধত সিহঁতক দোষী কৰা হ'ব। এটা ৰাজনৈতিক দলে সিহঁতক নিজৰ স্বাৰ্থৰ বাবে, নিৰ্বাচনত নিজৰ স্বাৰ্থৰ বাবে, নিৰ্বাচনত নিজৰ প্ৰাৰ্থীৰ হকে ভোট পোৱাৰ আশাত সিহঁতক সহায় কৰিবলৈ আগবাঢ়ি আহিব। আন্দোলন হ'ব। চহৰৰ সদৰলৈ গৈ আবেদন নিবেদন কৰা হ'ব। কিন্তু একো ফল নধৰিব। এনেতে এবাৰ ৰাজহুৱা আবেদন ডি চিক দিবলৈ গৈ অমৃত আৰু তৰুণে লগ পাব সিহঁতৰ পুৰণা বন্ধু ৰচুলক। ৰচুল নতুনকৈ ডি চি হৈ আহিছে। ৰচুলে নিজেই তদন্ত কৰিবলৈ সিহঁতৰ গাঁৱলৈ আহিব অমৃত আৰু তৰুণৰ অনুৰোধত। তৰুণ আৰু অমৃত গাঁওবাসীৰ চকুত বেছি জনপ্ৰিয় হৈ পৰিব। এই জনপ্ৰিয়তাক নিজৰ দলৰ বাবে বিপজ্জনক বুলি ভাবিব ৰাজনৈতিক দলটোৰ নেতাকেইজনে। অমৃত আৰু তৰুণে নতুন সৃষ্টিৰ আমেজত যি এটা সম্পূৰ্ণতাৰ সোৱাদ পাব ধৰিছিল তাত ছেদ ঘটাব ৰাজনৈতিক দলাদলিয়ে। এদিন অমৃত-তৰুণক শত্ৰু গণ্য কৰা ৰাজনৈতিক নেতা কেইজনৰ প্ৰৰোচনাত ওচৰৰে নগা গাঁৱৰ মানুহে আহি সিহঁতৰ নতুনকৈ গঢ়ি উঠা গাঁওখন আক্ৰমণ কৰি থৈ যাব। অতৰ্কিত আক্ৰমণত কেইবাজনৰো প্ৰাণহানি হ'ব। সেই সুযোগতে অমৃত আৰু তৰুণকো অজ্ঞাত আততায়ীয়ে বেয়াকৈ মাৰপিট কৰি অজ্ঞান কৰি এৰি থৈ যাব। তৰুণৰ যেতিয়া জ্ঞান উভতি আহিব সি দেখিব সি এটা ৰে'ল লাইনৰ ওচৰৰ নিৰ্জন ঠাই এখনত অকলে শুই আছে। উঠাৰ শক্তি নাই। আততায়ীবোৰে মাৰিপিটি তাক টানি আনি ইয়াত পেলাই থৈ গৈছে।

ইমানখিনিকে ভাবি উঠি মই চিন্তাত পৰিলোঁ : গল্পটো বিশ্বাসযোগ্য হৈছেনে ? বিশ্বাসযোগ্য হলেও এনেবোৰ দৃশ্য, মাৰপিট, গাঁও আক্ৰমণ, জুই, লুটপাট এইবোৰ দৃশ্য চিনেমাত তুলিবলৈ টকা পইচা বহুত খৰচ হ'ব। তদুপৰি টেক্‌নিকেল পাৰ্ফেকচন আনিবলৈ অসমীয়া ছবিৰ কলা-কুশলীসকলে পাৰদৰ্শিতা দেখুৱাব পাৰিবনে ? এনেকুৱা কিছুমান সন্দেহে চিনেমাৰ গল্পটো এনেকৈ আগবঢ়াই নিয়াৰ পৰা মোক বিৰত ৰাখিলে। মোৰ সন্দেহবোৰৰ কথা নীহাৰেন্দুক সুধিব লাগিব। সি হয়ভৰ দিলেহে গল্পটো এনেকৈ আগবঢ়াম। নহ'লে সলাব লাগিব চিত্ৰনাট্যখন।

॥ পাঁচ ॥

## নীহাৰেন্দু আৰু মই

চিত্ৰনাট্যখন সম্পৰ্কীয় সন্দেহবোৰ নিৰসন কৰিবলৈ মই এদিন নীহাৰেন্দুক লগ ধৰিবলৈ গুৱাহাটী পালোগৈ। মোৰ নিজা ঘৰত এতিয়া ভাড়াতীয়া মানুহ। গতিকে কৰবী বাইদেউহঁতৰ ঘৰলৈ গলোঁ। ৰিকুটো অলপ ওখ হৈছে। মই লৈ যোৱা কেড্‌বেৰীজ দুটা লাজ লাজকৈ লৈ ভিতৰলৈ সোমাই গ'ল। মই তাক ভালকৈ মৰম কৰিবই নেপালোঁ। কৰবী বাইদেউহঁতৰ মৰমে তাক মাক-দেউতাকৰ অনুপস্থিতি ভালকৈ উপলব্ধি কৰিবলৈকে দিয়া নাই। তেওঁলোকলৈ কৃতজ্ঞতাৰে মোৰ অন্তৰ ভৰি গ'ল।

নীহাৰেন্দুক পালো চাহ দোকানখনতে। সি অকলে বহি আছে। মোক দেখিয়েই মাত লগালে—আহ আহ। কেতিয়া আহিলি ? তোৰ সৈতে বহুত কথা আছে। বহুত নতুন ডেভেলাপমেণ্ট হৈছে।

—কি ডেভেলাপমেণ্ট ?

—আগেয়ে বহচোন। চাহ-টাহ খা। তাৰপিচত কৈছোঁ। বিয়াৰাৰে চাহ আনি দিয়াৰ পিচত নীহাৰেন্দুৱে ক'লে—

—বহুত খবৰ আছে। কোনটো আগতে কওঁ, কোনটো পিচত ঠিক কৰিব পৰা নাই।

মই ধেমালি কৰিলো—তেন্তে আগেয়ে লটাৰী কৰি ল।

অলপপৰ বৈ সি কলে—তই নেহাঁহিবি দেই।

—নেহাঁহো দে। ক, কি কবলগীয়া আছে।

—মই প্ৰেমত পৰিছো নেকি ?

—কাৰ লগত ?

—মণি। মণিৰ লগত।

—কেনেকৈ বুজিলি ?

—বুজিবলৈ কিটো আছে আৰু ? মণিক ভাল লাগি গৈছে। তাইক লগ পালে মনটো ভাল লাগে। তাই আহিম বুলি কৈ নাহিলে খং উঠে। তাই যিহকে কয়, যিয়েই বিচাৰে মই গোটাই দিব পাৰিলে মনটো ভাল লাগে। এইবিলাকেই প্ৰেম নহয় জানো ?

—ঠিক আছে বাৰু। তই মণিৰ প্ৰেমত পৰিছ বাৰু। কিন্তু মণি তোৰ প্ৰেমত পৰিছেনে নাই ?

—সেইখিনিতেইতো প্ৰব্লেম হৈছে অ'। মণিয়ে যিহকে বিচাৰে, যিহকে কৰিবলৈ কয় মই বিনাবাক্যব্যয়ে কৰিবলৈ সাজু। কিন্তু মণি ঠিক তেনেকুৱা নহয়। মোৰ ইচ্ছানুযায়ী কিবা এটা কাম প্ৰশ্নহীন ভাবে দ্বিধাহীন ভাবে কৰিবলৈ তাই ৰাজী নহয়। এইখিনিতেই বিপদ হৈছে।

—কথাটো ভাঙিপাতি কচোন।

—কওঁ ব। আচল কথাটো তোক কোৱাই নাই। মোৰ নেক্‌চ্‌ট্‌ ফিল্মখনৰ বাবে প্ৰযোজক পাই গৈছোঁ। উঠি অহা

ব্যৱসায়ী এজন। চিনেমাৰ ওপৰত বিৰাট ইণ্টাৰেষ্ট। গোটেইখিনি টকা নিজেই ঢালিব। ছয় লাখ মানলৈ কোনো চিন্তা নাই।

—তেনেহলেচোন তোৰ বিৰাট সুবিধা হ'ল।

—অসুবিধাও আছে। কওঁ ৰ। অসুবিধা এক নম্বৰ—প্ৰযোজকে নিজেই গল্পটো চাপ্লাই কৰিব। পোনপটীয়া কথাৰে কৈ দিছে এইবিলাক আৰ্ট ফিল্ম টাৰ্ট ফিল্ম নচলিব। প্ৰচলিত অসমীয়া চিনেমাৰ প্ৰেম, ভালপোৱা, ভিলেইন, নাচ-গান চ'ব থাকিব। প্ৰযোজক নিজেই ভিলেইনৰ চৰিত্ৰত অৱতীৰ্ণ হ'ব। অৰ্থাৎ ছবিখনত মোৰ কৰিবলগীয়া বিশেষ একো নেথাকিব। চব কথাতে ডিচিচন ল'ব প্ৰযোজকে নিজেই।

—তই কৰিবিনে ইমানবোৰ অপমানজনক চৰ্তত ?

—নকৰি কলৈ যাওঁ কচোন ? ইমান সহজে ফাইনেন্স আৰু ক'ত পাম কচোন ? কমচে কম আৰু এখন চিনেমা কৰাৰ অভিজ্ঞতাখিনি হ'ব। তোৰ গল্পটোৰ বাবে প্ৰযোজক পাবলৈ আৰু অলপ সুবিধা হ'ব।

—তেন্তে কাম আৰম্ভ কৰি নিদিয় কিয় ?

—অসুবিধা এটা হৈছে। মণিয়ে চিনেমাখনত কাম নকৰো বুলি কৈছে।

—কিয় ?

—এটা ৰে'প চিন আছে। ভিলেইন, মানে প্ৰযোজকজনে নায়িকাক ধৰ্ষণ কৰিব। এই চিনটো থাকিলে মণিয়ে অভিনয় নকৰে। আৰু মণি আৰু মোৰ বৰ্তমানে যিটো সম্পৰ্ক, এই সম্পৰ্কটো, মই যদি আন ছোৱালী এজনীক নায়িকা কৰি কাম আৰম্ভ কৰি দিওঁ, সম্পৰ্কটো ভাঙি যাব। মই মণিক হেৰুৱাই পেলাম।

—অ', তাৰ মানে তোৰ দুই পিনেই বিপদ—

—কি কৰো এতিয়া কচোন ?

—ৰহ্। তোৰ কথা পিচত পাতিম। মোৰো এটা বিপদ হৈছে অ'। এটা বৰ অদ্ভুত পেৰাডক্‌চত পৰিছো।

—কচোন কি বিপদ ? কি পেৰাডক্‌চ্ ?

মই তাৰ সম্মুখত এইবাৰ সাবিত্ৰীহঁতৰ কথা বৰ্ণাবলৈ ধৰিলোঁ। নীহাৰেন্দুক সাবিত্ৰীৰ ঘটনাবোৰ কৈ যাওঁতেই মই বুজি পাইছিলোঁ যে মোৰ সাবিত্ৰীক সহায় কৰাৰ ইচ্ছা পূৰ্ণমাত্ৰাই আছে। কিন্তু কিবা এটা অবুজ ভয়ে মোক সাবিত্ৰীৰ ওচৰৰ পৰা আঁতৰাই ৰাখিছে। এই ভয়টোৰ আচল স্বৰূপ কি ? মোৰ মৃতা স্ত্ৰীৰ অনুপস্থিতিৰ বাবে ওপজা ভয় ? এজনী অসহায়া দুৰ্বল ছোৱালীক সহায় কৰিবলৈ গৈ নিজৰ ভুত ভৱিষ্যত বৰ্তমান সকলো জলাঞ্জলি দিবলগীয়া হোৱাৰ উপক্ৰমত নিজকে বিচাৰি পোৱাৰ আশংকা ? নে এজনী স্বল্প পৰিচিত ছোৱালীৰ হাতত নিজকে ব্যৱহৃত হ'বলৈ এৰি নিদিয়াৰ সংকল্প ? নে আচলতে মই ভয় কৰিছোঁ, যিমানেই মই সাবিত্ৰীৰ কাষ চাপি যাম, সিমানেই মই মোৰ মৃতা স্ত্ৰী মৰমীৰ স্মৃতিৰ পৰা বেছি দূৰলৈ আঁতৰি যাম বুলি ? মই এইবাৰ ভাবি উলিয়াবলৈ চেষ্টা কৰিলোঁ। মৰমী যদি জীয়াই থাকিলহেঁতেন আৰু এইদৰে মোৰ সহায় বিচাৰি আহিলহেঁতেন সাবিত্ৰীৰ দৰে ছোৱালী এজনীয়ে, তেতিয়া বাৰু মৰমীয়ে মোক কি নিৰ্দেশ দিলেহেঁতেন ? কাপুৰুষৰ দৰে মূৰ পুলুকা মাৰি পলাই যাবলৈ, নে সক্ষম পুৰুষ এজনৰ দৰে অসহায়া দুৰ্বল ছোৱালীজনীৰ ওচৰত প্ৰবোধেৰে থিয় দিবলৈ ?

মই ঠিক কৰিলোঁ এইবাৰ সাবিত্ৰীৰ খবৰ লবলৈ যাম। মোৰ মনত আন একো দ্বিধা নাথাকিল। সাবিত্ৰীক মই পাৰ্যমানে সহায় কৰিমগৈ। তাইৰ জীৱনটো ধুনীয়া কৰি তোলাত, সম্পূৰ্ণ কৰি তোলাত, পাৰ্ফেক্ট কৰি তোলাৰ বাবে তাইৰ চেষ্টাত পাৰ্যমানে সঁহাৰি জনামগৈ। এইদৰে মনস্থিৰ কৰি সেইদিনা নীহাৰেন্দুৰ কাষৰ পৰা বিদায় ললো।

॥ ছয় ॥

## সাবিত্ৰী আৰু মই

গুৱাহাটীলৈ মোৰ ট্ৰেঞ্চফাৰৰ কথা ঠিক হৈ আছিল। মৰমী-বিহীন গুৱাহাটীলৈ উভতি আহিবলৈ মোৰ অনিচ্ছাৰ বাবে অৰ্ডাৰটো বাতিল হৈ গ'ল। মই এইবাৰ লাগিমেলি ডিব্ৰুগড়লৈ ট্ৰেঞ্চফাৰটো কৰাই ললো। আন একো কৰিব নোৱাৰিলেও সাবিত্ৰীহঁতৰ সংসাৰৰ ওচৰত থাকিব পাৰিম। ডিব্ৰুগড়লৈ বদলি হৈ অহা কিছুদিন হ'ল। ডিব্ৰুগড়ত আমাৰ কোৱাৰ্টাৰ নাই। ভাড়াঘৰ বিচাৰি আছোঁ, পোৱা নাই। হোটেলত বেছ কিছুদিন কটালো। মেছ এটালৈ উঠি যাম বুলি ঠিক কৰিছোঁ। এনেতে ঘটনাটো ঘটিল। সাবিত্ৰীৰ গিৰিয়েকৰ অপাৰেচন কৰাৰ পিচত মৃত্যু হ'ল হস্পিটেলত।

ইমানদিনে মই খবৰ কৰিয়েই আছোঁ সাবিত্ৰীহঁতৰ। প্ৰায়েই সিহঁতৰ ঘৰলৈ, হস্পিটেলত গিৰিয়েকৰ শয্যাপাৰ্শ্বলৈ গৈ সিহঁতৰ দৰকাৰ, অদৰকাৰৰ বুজ লৈ যিমান পৰো সহায় কৰি আহো। চিনাকি ডাক্তৰবোৰৰ হতুৱাই যিমান পাৰি সুবিধা লোৱাই দিছোঁ। গিৰিয়েকৰ গাঁৱৰ ঘৰলৈ গৈ খবৰ দি আহিছোঁ। সাবিত্ৰী দুখে ভাগৰে ভাঙি পৰিব খুজিলে শান্তনাৰ বাণী শুনাইছো। ৰণ্টুক যিমানে পাৰো পঢ়াশুনাত সহায় কৰি দিছো। স্কুলৰ বাবে তাৰ দৰকাৰী বস্তুবোৰ কিনি দিছোঁ। সাবিত্ৰীয়ে প্ৰায়েই মোৰ পিনে কৃতজ্ঞভাৱে চাইছে। মই তাইৰ অনুকম্পামূলক চাৱনি বুজি নোপোৱাৰ ভাও জুৰিছো অথবা আওকাণ কৰি গৈছোঁ। গিৰিয়েকৰ ঘৰৰ পৰা খবৰ লবলৈ অহা দুই চাৰিজনে সিহঁতৰ সংসাৰৰ সৈতে মোৰ কি সম্পৰ্ক এনে ধৰণৰ প্ৰশ্নৰ উত্তৰত সাবিত্ৰীয়ে

মিছা কথা কোৱাও মোৰ প্ৰাণত পৰিছে। কিন্তু সাবিত্ৰীয়ে মোৰ ওচৰত মোৰ নিস্বাৰ্থ সাহায্যৰ পিচত মোৰ কি স্বাৰ্থ লুকাই আছে এই বিষয়ে কোনো প্ৰশ্ন কৰা নাই আৰু ময়ো তাইক এই বিষয়ে একো জানিবলৈ দিয়া নাই। সাবিত্ৰীয়ে পেটে পেটে ভাবিছে নেকি মোৰ কিবা দুৰ্বলতা আছে তাইৰ প্ৰতি, মই নেজানো। কিন্তু আচাৰ ব্যৱহাৰত এনে কথা প্ৰকট নহবলৈ মই সবিশেষ চেষ্টা চলাই আহিছোঁ। এনে অৱস্থাত হঠাতে তাইৰ গিৰিয়েক ঢুকাল।

গিৰিয়েকৰ গাঁৱৰ সম্পৰ্কীয় সকলে মৃতদেহ গাঁৱৰ শ্মশানতে দাহ কৰাৰ পৰামৰ্শ দিলে। গাড়ী এখন ময়েই বন্দবস্ত কৰি দিলোঁ। সাবিত্ৰী আৰু ৰুণ্টুও গাঁৱলৈ গ'লগৈ। যোৱাৰ আগেয়ে সিহঁতৰ ঘৰটো ৰখিবলৈ মোক অনুৰোধ জনাই থৈ গ'ল। মই হোটেলৰ পৰা বস্তু-বাহানি আনি সাবিত্ৰীহঁতৰ ঘৰত থিতাপি ললো। বাহিৰ কোঠাৰ সেই বিছনাখনত। মই হোটেলৰ পৰা উঠি গৈ থাকিব খোজা মেছটোত খবৰ দি আহিলোঁ যে মই মেছত যোগ দিওঁতে দুদিনমান পলম হ'ব। চীটটো যাতে আনক নিদিয়ে।

এদিন সন্ধিয়া সাবিত্ৰীহঁত উভতি আহিল। সাবিত্ৰী, ৰুণ্টু আৰু সম্পৰ্কীয়া আদহীয়া বিধবা এগৰাকী। সাবিত্ৰীজনী শুকাই খীনাই তেনেই দুখলগা অৱস্থা হৈছে। ৰুণ্টুটোও খীনাইছে। ঘৰ সোমাই হাত মুখ ধুই আহি সাবিত্ৰীয়ে ভিতৰ কোঠাত বহি উচুপি উচুপি কান্দিব ধৰিলে। ৰুণ্টুৱে বেচেৰাই 'মা নেকান্দিবা' 'মা নেকান্দিবা' বুলি প্ৰবোধ দিবলৈ ধৰিলে। মই একো নকলোঁ। বেচেৰীয়ে কান্দিছে যেতিয়া অলপ ভালকৈ কান্দিয়েই লওক। কান্দিলে হিয়াৰ দুখখিনি অলপ পাতলিব।

ভাতপানী খাই উঠি সাবিত্ৰী মোৰ ওচৰত বহিলহি বাহিৰ কোঠাত। মই সুধিলো—

—এতিয়া কি কৰিবা ঠিক কৰিলানে ? ইয়াতে থাকিবা নে গাঁৱৰ ঘৰলৈ যাবা। তেওঁলোকে আগেয়ে নকৰিলেও এতিয়া তোমাক বোৱাৰীৰ সন্মানখিনি দিছে অন্ততঃ।

সাবিত্ৰীয়ে ক'লে—গাঁৱৰ ঘৰলৈ নেযাওঁ। তেওঁ থাকোতেও নগলো নেথাকোতেও নেযাওঁ। ইয়াতে কিবা এটা কৰিব লাগিব। অলপ টকা পইচা ধাৰ কৰি চোতালৰ সন্মুখত ৰাস্তাৰ কাষত দুটামান গুমটি সজাই দোকানৰ বাবে ভাড়া দিয়াই দিম বুলি ভাবিছোঁ।

মই ক'লো—পৰা যায় অৱশ্যে। কিন্তু তাৰ পৰা যিখিনি উপাৰ্জন হ'ব সেইখিনি যথেষ্ট হ'ব জানো ?

—চাকৰি-বাকৰিও কিবা এটা বিচাৰিব লাগিব। প্ৰাইমাৰী স্কুলে টিচ্‌কুলৈ।

মই ক'লো—বিচাৰিব পাৰা অৱশ্যে। কিন্তু চাকৰি-টাকৰি পোৱা ইমান সহজ নহয় আজিকালি।

এনেতে ভিতৰৰ বিছনাৰ পৰা ৰণ্টুৱে মাতিলে—মা, আহানা। আহানা। তুমি নেথাকিলে মোৰ ভয় লাগে। টোপনি নাহে।

সাবিত্ৰীয়ে খঙেৰে ক লে—ৰ গৈছোঁ ৰ। এইটোৰ দিগদাৰী দিনে দিনে বাঢ়িহে গৈছে। দৰ্কাৰী কথা পাতি আছো দেখা নাই নেকি ?

মোৰ পিনে চাই কলে—আপুনি কি ঠিক কৰিলে ?

মই বুজি নেপালোঁ—কিহৰ কথা সুধিছা ?

—আপুনি যে হোটেলৰ পৰা মেছ এটালৈ গুচি যাম বুলি কৈছিল ?

—অ', মেছটোত কৈ আহিছোঁ। চীটটো ৰাখি থব।

—মই ভাবিছিলোঁ আৰু কেইদিনমান আপুনি আমাৰ লগতে থাকিলে আমাৰ এটা আশ্ৰয় হয়। সাহসো বাঢ়ে।

—কেলেই ? মই আহি থাকিম নহয় ? মইচোন ডিব্ৰুগড়তে থাকিম। খবৰ লৈয়েই থাকিম নহয় ?

তাই কিছুপৰ নিমাতে ৰ'ল। মই বুজি পালোঁ মোৰ কথাখিনিয়ে সাবিত্ৰীক বাৰুকৈ নিৰাশ কৰিছে। এনেতে ভিতৰৰ বিছনাৰ পৰা ৰুণ্টুৰ কৰুণ আহ্বান শুনা গ'ল—অ' মা। আহানা।

সাবিত্ৰী ভিতৰলৈ সোমাই যোৱাৰ পিচত মই ভাবিবলৈ ধৰিলো—কি আশাৰে সাবিত্ৰীয়ে মোক তাইৰ সৈতে একেলগে একেটা ঘৰতে থকাৰ প্ৰস্তাৱ আগবঢ়াইছে ? তাই ভাবিছে নেকি যে তাইৰ দৰেই মোৰো এই জীৱনটো অসম্পূৰ্ণ ? দুটা অসম্পূৰ্ণ প্ৰাণীয়ে ইটোৱে সিটোৰ পৰা আত্মিক, আৰ্থিক আৰু পাৰ্থিৱ সহায় লাভ কৰি সম্পূৰ্ণ হোৱাৰ পথত আগবাঢ়িবলৈ সুবিধা হ'ব বুলি ? প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি তাইৰ সিমান ভয় ভাৱ নাই বুলি মই আগৰে পৰাই জানো। নহলে এনেকৈ তাই গিৰিয়েকৰ হাতত ধৰি নিজৰ ঘৰ বা শহুৰেকৰ ঘৰৰ সহজ আশ্ৰয়ৰ পৰা অকুতোভয়ে ওলাই আহিব নোৱাৰিলেহেঁতেন। কিন্তু মোৰ ? মোৰ জানো সমাজ—আইন-কানুনলৈ ভয় নাই ? অথবা এইবিলাক উলাই কৰিলেও মই জানো মৰমীক পাহৰি পেলাব পাৰিম, সেই সহজ সৰল ছোৱালীজনীলৈ যিজনীয়ে নিজকে উজাৰ কৰি মোক আৰু ৰিকুক যথাক্ৰমে পুৰুষত্ব আৰু জীৱন প্ৰদান কৰি আঁতৰি গ'ল একো প্ৰতিদান নোপোৱাকৈ এইখন সংসাৰৰ পৰা ? সাবিত্ৰীৰ আহ্বানত সঁহাৰি দিলে তাইৰ প্ৰতি অসম্মান দেখুওৱা নহ'বনে বাৰু ?

বহুপৰ মোৰ টোপনি অহা নাছিল। বিছনাৰ পৰা উঠি চিগাৰেট আৰু দেচলাইটো লৈ মই বাহিৰ বাৰান্দা পালোগৈ দুৱাৰখন খুলি। বাৰান্দাৰ চিৰিত বহি চিগাৰেট এটা জ্বলাই বহুপৰ মই চুপ চাপ বহি ৰলো। মোৰ আৰু সাবিত্ৰীৰ অনিশ্চিত

ভৱিষ্যৎ জীৱন দুটাৰ কথা ভাবি ভাবি। বহুদূৰৈত দুটা বজাৰ ঘণ্টা পৰিল। খুব সম্ভৱ জেলখানাত অথবা পুলিচ থানাত। নাঃ এইবাৰ শুব লাগিব। এইবুলি মই দুৱাৰখন জপাই বিছনালৈ আগবাঢ়োতেই সাবিত্ৰীক দেখা পালোঁ। সাবিত্ৰী চকী এখনত বাহিৰ কোঠাতেই, মোৰ বিছনাখনৰ ওচৰতে, নিশব্দে বহি আছে। তাইৰ চকুতো টোপনি নাই। মই সুধিলো—

—কি কৰিছা সাবিত্ৰী? ইয়াত কেলেই বহি আছা?

সাবিত্ৰী নিমাত। চুপ চাপ।

—সাবিত্ৰী যোৱা। উঠা। শোৱাগৈ যোৱা—

সাবিত্ৰী উঠিল। কিন্তু শুবলৈ নগ'ল। মোৰ কাষলৈ আগবাঢ়ি আহিল। মোৰ শৰীৰত ভেজা দি তাই নিঃশব্দে উচুপিবলৈ ধৰিলে। মই তাইৰ শৰীৰটোক দুহাতেৰে সাবতি আশ্ৰয় প্ৰদান কৰি তাইক প্ৰবোধ দিবলৈ চেষ্টা কৰিব ধৰিলো—

—কি কৰিছা সাবিত্ৰী? ছিঃ নেকান্দে নহয়। চাওঁ নেকান্দিবা —তাইৰ উচুপনি নকমিল কিন্তু। মোৰ কান্ধত মুৰ থৈ তাই ধাৰাষাৰে চকুলো বোৱাবলৈ ধৰিলে। তাইৰ চকুপানীৰে মোৰ পাঞ্জাবীটো তিতি ভিজি গ'ল। তাই মোক জোৰেৰে সাবতি ধৰিলে। মই এৰি দিলে তাই যেন কোনোবা পিনে উটি ভাহিহে যাব। মহাপ্ৰলয়ৰ সাগৰৰ উত্তাল ঢৌৰ মাজত তাইৰ নাওখনে যেন মোকেই একমাত্ৰ আশ্ৰয়ৰ খুটি হিচাপে বিচাৰি পাইছে। তাইৰ দুখন হাতৰ বান্ধোন আৰু কটকটীয়া হৈ গ'ল। মই হতভম্ব হৈ ঠাইতে থিয় হৈ ভাবিব ধৰিলো—এয়া কি অদ্ভুত নাগপাশত বন্দী হৈ পৰিলো মই? ইয়াৰপৰা মই এতিয়া কেনেকৈ আঁতৰি যাম? অনাথিনী, কেও কিছু নোহোৱা, দুৰ্বল ছোৱালী এজনীয়ে এনেকৈ আশ্ৰয় বিচাৰি মোৰ জীৱনলৈ প্ৰৱেশ বিচাৰিছে এই মাজৰাতি, অকলশৰে, সকলো বাধা-নিষেধ, বাচ-বিচাৰ,

নিয়মকানুনলৈ ভয় নকৰাকৈ—মই এতিয়া কিদৰে তাইৰ আকুতিক নেওচা দিওঁ? আচলতে ময়ো কিজানি মনে মনে এনে এটা উত্তৰকেই বিচাৰি আছিলো ইমান দিনে মোৰ অসম্পূৰ্ণ জীৱনটোক সম্পূৰ্ণ কৰি তুলিবলৈ। আচলতে কিজানি মই নিজেই নজনাকৈ সাবিত্ৰীৰ কাষ চাপি যাবলৈ মোৰ মনৰ মাজত এটা উন্মাদ আশা পুহি ৰাখিছিলোঁ। কিন্তু তাক মুখ ফুটাই উচ্চাৰণ কৰাৰ সাহসকণ গোটাব পৰা নাছিলোঁ। সেই কাৰণেই কিজানি এতিয়া ইয়াত মই অচিনাকি পৰিবেশ এটাত সম্পৰ্কহীন ছোৱালী এজনীক আশ্ৰয়ৰ মৰীচিকা দেখুৱাই আঁতৰি যোৱাৰ আগমুহূৰ্তত নিজেই নিজৰে ওচৰত মিছলীয়া বুলি প্ৰমাণিত হৈ গলো। ধৰা পৰি গলো সাবিত্ৰীৰ সহজ আহ্বানৰ নাগপাশত। এতিয়া ইয়াৰ পৰা মোৰ কোনো উদ্ধাৰ নাই। মই বন্দী হৈ গলো সাবিত্ৰীৰ দ হাতৰ বেষ্টনীত, কিজানিবা চিৰদিনৰ বাবে।

বহুপৰ এনেকৈ উচুপি থকাৰ পিচত সাবিত্ৰী এসময়ত শান্ত হৈ গ'ল। মই তাইৰ মুখখন তুলি ধৰি তাইৰেই চাদৰৰ আচলেৰে দুগালৰ চকুপানীবোৰ মচি দিলোঁ। আৰু কপালত এটা চেনেহৰ চুমা খাই উঠি কলোঁ—

—যোৱা সাবিত্ৰী এতিয়া শোৱাগৈ। মই কলৈকো নেযাওঁ। তোমাৰ ওচৰতে থাকিম। যেতিয়ালৈকে তুমি যোৱা বুলি নোকোৱা তেতিয়ালৈকে।

সাবিত্ৰীয়ে আকৌ মোক এবাৰ জোৰেৰে সাৱঁতি ধৰিলে। তাই এনেকৈয়ে ধন্যবাদ জনালে নেকি বাৰু? তাৰ পিচত লাহে লাহে তাই ভিতৰ কোঠালৈ সোমাই গ'ল। মই বিছনাত বহিলো অলপপৰ।

অলপ পিচতে কিন্তু ভিতৰ কোঠাত সাবিত্ৰীৰ অস্থিৰ খোজৰ শব্দ শুনা গ'ল। মই চিঞৰি সুধিলো—কি হ'ল সাবিত্ৰী?

--অলপ আহকচোন ?  বণ্টু নাইচোন।

—বণ্টু নাই ?  কলৈ গ'ল ?  বাথৰুমত চোৱাচোন ?

টৰ্চটো লৈ মই ভিতৰ কোঠা পালোগৈ। আমাৰ শব্দ শুনা পাই সাবিত্ৰীৰ আদহীয়া সম্পৰ্কীয়া তিৰোতাগৰাকীয়েও সাৰ পাইছে। সাবিত্ৰী বাথৰুম পাইছিলগৈ। বণ্টু বাথৰুমতো নাই। দুৱাৰখন সাবিত্ৰীয়ে খোলা পাইছিল হেনো। কলৈ গ'ল ল'ৰাটো। সাবিত্ৰীয়ে মোৰ পিনে সকৰুণ দৃষ্টিৰে চাই মিনতি কৰিলে—

—চাওকচোন কলৈ গ'ল ল'ৰাটো ? অকণমান বিচাৰকচোন। মই টৰ্চটো জ্বলাই আগফাল পিছফাল তেনেই চলাথ কৰি চালোঁ। নাই। বণ্টু কতো নাই। কলৈ গ'ল ল'ৰাটো। সাবিত্ৰীয়ে আকৌ হুকহুকাই কান্দিবলৈ বহিল। সম্পৰ্কীয়া মহিলাগৰাকীয়ে তাইক প্ৰবোধ জনাবলৈ ধৰিলে—

—ৰচোন অকণমান ধৈৰ্য ধৰচোন। আছে কৰ'বাত বণ্টু। ওলাবহি এতিয়াই নেকান্দিবিচোন।

সাবিত্ৰীয়ে কিন্তু কান্দিয়েই থাকিল।

—তেওঁ এৰি থৈ গ'ল। এতিয়া বণ্টুৱেও মোক এৰিলে। মই কলৈ যাওঁ ? কি কৰো ?

সম্পৰ্কীয়া মহিলাগৰাকীয়ে মোক কলে—যাওকচোন অকমান ৰাস্তাত চাওকগৈ, ইফালে সিফালে। এই ঘোৰ ৰাতিখন অকণমান ল'ৰাটো বেছি দূৰলৈ নেযায় চাগে। অকণমান চাওকগৈ, যাওকচোন।

সাবিত্ৰীৰ কৰুণ বিননিৰ সমুখত হাতসাবতি বহি থকাতকৈ এইটোৱেই ভাল কাম হাতত পাইছো। এইবুলি মই জোতা পিন্ধি ৰাস্তা পালোগৈ। বণ্টুক বিচাৰিবলৈ—

ৰন্টুৱে কেনেই এনেকুৱা এটা কাম কৰিলে? মাজনিশা কিজানি সি সাৰ পাই দেখে বিছনাত মাক নাই। মাকক মাতিও সি কিজানি সঁহাৰি নেপালে। সি উঠি আহি বাথৰুমলৈ যোৱা দুৱাৰখন চাইছিলগৈ চাগে। মাক বাথৰুমলৈ যোৱা নাইতো? দুৱাৰ বন্ধ দেখা পাই সি নিশ্চয় বাহিৰ পিনে আহিল। আৰু বাহিৰ কোঁঠাত এন্ধাৰতে সি কিজানি দেখা পাইছিল তাৰ মৰমিয়াল মাকজনীক, মাকৰ মৰমখিনিক অচিনাকি দস্যু এটাই জোৰেৰে বন্দী কৰি ৰাখিছে দুহাতৰ নাগপাশেৰে। আৰু বেচেৰী মাকজনীয়ে উপায় নেপাই দস্যুটোৰ হাতত আত্মসমৰ্পণ কৰিছে। দস্যুটোৱে শিশু এটাৰ পৰম আশ্ৰয়খিনি ডকাইতি কৰি লৈ যাব খুজিছে মাকৰ হিয়াৰ মাজৰ পৰা। তৎক্ষণাৎ কিজানি তাৰ শিশু অন্তৰখন ভৰি পৰিছিল অভিমানেৰে। সি বলে নোৱাৰা প্ৰতিদ্বন্দ্বী এজনৰ কবলৰ পৰা তাৰ মাকক উদ্ধাৰ কৰি আনিব নোৱাৰাৰ ক্ষোভে তৎক্ষণাৎ কিজানি তাক খণ্ডত একো নাই কৰি পেলাইছিল। তৎক্ষণাৎ সি ফুকলীয়া বুদ্ধিমত্তাৰে বুজি পেলাইছিল যে মাকৰ মৰমখিনিৰ বাবে তাক একাতি কৰি থৈ সাবিত্ৰীক বলেৰে গ্ৰাস কৰি পেলাব খোজা এই দস্যুটোক হৰুৱাই দিবলৈ তাৰ হাতত এপাতেই অস্ত্ৰ আছে। সেইপাত হ'ল মাকৰ জীৱনৰ পৰা সি নিজেই নিৰুদ্দিষ্ট হৈ হেৰাই যোৱাটো। প্ৰবল ক্ষোভত, প্ৰচণ্ড অভিমানত বোবা হৈ সি কিজানি মনে মনে দুৱাৰ খুলি বাতিৰ এন্ধাৰ আকাশ তললৈ ওলাই আহিছিল আলিবাটলৈ। সি কলৈ গ'ল বাৰু? নদীলৈ? নে ষ্টেচনলৈ?

মই প্ৰথমে নদীৰ পিনে যাম। নদীৰ পাৰত চিঞৰি চিঞৰি মাতিম তাক। নদীৰ পাৰত নেপালে পুলিচ থানালৈ যাম। এডিচেনেল এচ, পি এজন আমাৰ লগত একেলগে কলেজত পঢ়া। তালৈ ফোন কৰিলে সকলো ধৰণৰ পুলিচী সহযোগ পোৱা যাব। পুলিচৰ জীপত উঠি বজাৰ, ৰেলৰ ষ্টেচন, গলি ৰাস্তা সকলো পাত

পাতকৈ বিচাৰি চাম। কলৈনো যাব ৰাতিখন এই সৰু ল'ৰাটো ? নিশ্চয় বিচাৰি পাম। এনেকৈ মনস্থিৰ কৰি মই এন্ধাৰৰ মাজেৰে টৰ্চটো জ্বলাই ৰাস্তাৰে অকলে অকলে খোজকাঢ়ি গৈ থাকিলোঁ নদীৰ পিনে। এনেকৈ অকলে খোজকাঢ়ি থাকোতেই অভাৱনীয় ভাবে বহুদিন নিহাৰেন্দুৰ বাবে যুগুতোৱা আধালেখা চিত্ৰনাট্য-খনৰ শেষ অংশটো মোৰ মগজুত খেলাই গ'ল। বহুদিন কোনো ৰোগিদা নথকা বাবেই নেকি চিত্ৰনাট্যখনৰ কথা পাহৰি আছিলোঁ। আজি হঠাৎ ৰণ্টুক বিচাৰি থাকোতে গল্পটোৰ এটা উৎকৃষ্ট সমাপ্তি বিচাৰি পালোঁ বেছি চিন্তা-ভাৱনা নকৰাকৈয়ে। স্বতঃস্ফূৰ্তভাবে গল্পটোৰ শেষ অংশখিনিয়ে মোৰ মগজুত আহি ধৰা দিয়াৰ বাবে মোৰ মনটো ভাল লাগি গ'ল। মোৰ এনেকুৱা এটা ধাৰণাও হ'ল যে নিৰুদ্দিষ্ট ৰণ্টুক মই আজি বিচাৰি পামেই পাম। পুলিচ অফিচাৰজনৰ লগত জীপত বহি গোটেই চহৰখন তন্ন তন্নকৈ বিচাৰি অৱশেষত যেতিয়া নিৰাশ হৈ ঘৰলৈ উভতিলোঁ তেতিয়া পূৱদিশ ফৰকাল হৈছেই প্ৰায়। পুৱা চাৰে পাঁচমান বাজিছে। বাহিৰত জীপখন ৰোৱাৰ শব্দ শুনি সাবিত্ৰীৰ সম্পৰ্কীয়া মহিলাগৰাকী বাহিৰলৈ আহি খবৰটো দিলেহি।

ৰণ্টুক পালে নহয়। আপোনালোকে মিছাতে হাবাথুৰি খালে।

—ক'ত পালে ? কলৈ গৈছিল সি ?

—দুৰলৈ যোৱা নাছিল পিচপিনৰ পথাৰখনৰ সিপাৰে যে ডাঙৰ বাৰীখন আছে তাৰ মাজতে জুপুকা লাগি বহি আছিল। ৰাতিপুৱা ওচৰৰ মানুহ এজনে দেখা পাই ঘৰলৈ ধৰি আনিছে।

পুলিচ অফিচাৰজনে খবৰটো পাই মাত লগালে—ভালেই হ'ল। ল'ৰাটো উভতি আহিল যেতিয়া কোনো চিন্তা নাই আৰু।

আমো বিদায় লওঁ এইখিনিতে। এবাৰ পিচত আহিব খানালৈ। কাগজ এথনত চহী কৰিব লাগিব।

মই ভদ্ৰতাসূচতঃ অফিচাৰজনক চাহ একাপ খাই যাবলৈ কলোঁ। তেখেত নৰ'ল। তেখেতক বিদায় দি মই ভিতৰলৈ সোমাই আহিলোঁ। দেখিলো ৰণ্টুক বুকুৰ মাজত সুমুৱাই মাকে মৰম কৰি আছে। দৃশ্যটো মোৰ বৰ ভাল লাগি গ'ল। মই ঠিক কৰিলো, ইয়াত থকা ঠিক নহ'ব। মই মেচেলৈকে যাওঁগৈ।

ৰাতিপুৱা চাহ-টাহ খাই মই মোৰ কাপোৰ-কানি সামৰিবলৈ ললোঁ। চাৰে আঠমান বজাত ৰিক্‌চা এখন মাতি হেণ্ডঅলটো আৰু চুটকেচটো উঠাই দিলোঁ। সাবিত্ৰীয়ে এইবাৰ মোক বাধা নিদিলে। মাথো ঘৰৰ পৰা ওলাই অহাৰ সময়ত লাহেকৈ কলে— আকৌ আহিব দেই।

মই ৰিক্‌চাত উঠি সাবিত্ৰীলৈ চালো। বেচেৰী অকলে বাহিৰ কোঠাৰ দুৱাৰদলিত পৰ্দাখনত ধৰি থিয় হৈ আছে। নিথৰ হৈ। চকুত এটা মই বুজি নোপোৱা চাৱনি। একেথৰে বৈ থকা ছোৱালীজনীৰ দৃশ্যটো ৰিক্‌চাৰে আহি থাকোতে স্থায়ী ভাবে অংকিত হৈ ৰ'ল মোৰ মনৰ পৰ্দাত মোৰ অজানিতেই। এনেকৈয়ে মই সেইদিনা সাবিত্ৰীৰ ওচৰৰ পৰা বিদায় লৈ গুচি আহিলোঁ।

উপসংহাৰ:

কাহিনীবোৰ শেষ হৈ যোৱাৰ পিচতো কিছু কথা কবলৈ বাকী ৰৈ যায়। কোনো কাহিনীৰেই শেষ বাক্য সম্পূৰ্ণকৈ ৰচনা কৰা নেযায়। গল্পটো শেষ হোৱাৰ পিচতো পাত্ৰবোৰৰ কবলগীয়া কথা কিছু ৰৈ যায়। মোৰ সাবিত্ৰীৰ আৰু নীহাৰেন্দুৰ ঘটনাবোৰো সম্পূৰ্ণভাৱে ইয়াতেই শেষ কৰিব পৰা নেযায়। সেইদিনা বিদায় লৈ অহাৰ পিচতো মই কেবাদিনো সাবিত্ৰীহঁতৰ

খবৰ লবলৈ গৈছো। গৰুমটি সাজি ভাড়া দিবলৈ বুলি চিনাকি কাঠৰ ব্যৱসায়ীৰ পৰা সস্তাতে কাঠ আনি দিছোঁ। ৰংটুৰ লগতো ভয়ে ভয়ে কথা বতৰা পাতিছোঁ। কিন্তু আগৰ দৰে সাবিত্ৰীয়ে বিশেষকৈ সেইদিনা ৰাতিৰ দৰে আকৌ মোৰ তেনেই কাষ চাপি আহিব খোজাৰ আগ্ৰহ বা চেষ্টা দেখুওৱা নাই। আমাৰ সম্পৰ্কৰ মাজত এটা নিৰ্লিপ্ততাই ঠাই লৈছেহি এতিয়া।

এদিন অফিচত বহি থাকোতে গুৱাহাটীৰ পৰা ফোন আহিল। নীহাৰেন্দুৱে কৰিছে। মই সুধিলো—কি হ'ল? হঠাৎ ফোন কৰিলি যে?

সি উত্তৰ দিলে—ভাই বৰ বিপদত পৰিছোঁ। মণিৰ বিয়া হৈ গ'ল।

—আৰে মণিৰ বিয়া হ'লতো তোৰ কি বিপদ হ'ল?

—নহয় অ' মণিয়ে মোৰ সেই চিনেমাৰ প্ৰযোজকজনক বিয়া কৰালে। দহদিনমান মাত্ৰ চুটিং কৰিলোঁ। তাৰ মাজতে ভিলেইন প্ৰযোজক আৰু হিৰোইন মণিৰ মাজত বিয়া ঠিক হৈ গ'ল। এতিয়া চিনেমা বন্ধ হৈ পৰি আছে। প্ৰযোজকে আকৌ আৰম্ভ কৰিলেও মই সেইটো চ'ট আপত নাই আৰু। আত্মসন্মান বুলিওতো এটা কথা আছে!

—তেন্তে এতিয়া কি কৰিবি?

—কি কৰিম আৰু? আকৌ আগৰ ধান্দাটো চলাওঁ। তোৰ চিত্ৰনাট্যখন ৰেডি হলনে নাই? নিগমৰ পৰা টকা ফাইনেঞ্চ বিচাৰি সোনকালে এপ্লাই কৰোঁ। তই লেখিলি নে নাই?

—লেখা নাই কিন্তু ভাবি থৈছোঁ। শুনিবি নেকি?

—চমুকৈ কব পাৰ যদি ক।

—তোৰ মনত আছে নে সেই যে মাৰপিট হৈ গ'ল। তৰুণ অমৃতহঁতৰ গাওঁখন লুটপাত হৈ গ'ল। কোনোবাই তৰুণক মাৰি ৰেল লাইনৰ কিনাৰত পেলাই থৈ গ'ল— !

—অ' মনত আছে দে। তাৰ পিচত কি হ'ব কৈ যা—

মই কৈ যাবলৈ ধৰিলো, সেইদিনা ৰুণ্টুক বিচাৰি যাওঁতে বাস্তাত ঘূৰি ফুৰোতে মোৰ মগজুলৈ অহা সেই গল্পটোৰ শেষ টুকুৰাটো :

—কি হ'ব, শুনা। ৰেল লাইনৰ ওচৰতে এটা ভঙা জুপুৰী থাকিব। তাৰ পৰা এটা পাঁচ ছবছৰীয়া ল'ৰা পলাই আহি তৰুণক পৰি থকা দেখা পাই আকৌ ঘৰলৈ দৌৰি উলটি যাব। এইবাৰ তাৰ লগত ওলাই আহিব এজনী ছোৱালী। বেশভূষা বিহাৰী বা চাওঁতালী ধৰণৰ হ'ব। তাই প্ৰহৃত তৰুণৰ ঠায়ে ঠায়ে তেজ পুঁজ ওলোৱা দেহাটো দেখা পাই ইচ্ আচ্ কৰিবলৈ ধৰিব। তাই আৰু ল'ৰাটোৱে ধৰাধৰিকৈ তৰুণক জুপুৰীলৈ টানি নিব। তাৰ পিচত দেখা যাব সিহঁতৰ ঘৰতে থকা বুঢ়া এজনে কবিৰাজ এজন মাতি আনি তৰুণৰ ঘা-আঘাতবোৰ দেখুৱাইছে। সিহঁতৰ শুশ্ৰূষা-তালাপীত লাহে লাহে তৰুণ সুস্থ হৈ উঠিব। এদিন দেখা যাব কোঠাটোত ওলমি থকা টোকাৰীৰ দৰে বাজনা এটা নমাই আনি তৰুণে কিবা এটা সুৰ তুলিবলৈ চেষ্টা কৰি আছে। সৰু ল'ৰাটোৱে বিস্ময়েৰে তাকে লক্ষ্য কৰি আছে। তাৰ পিচত দৃশ্যত টোকাৰীৰ সুৰৰেই বেকগ্ৰাউণ্ডত দেখা যাব তৰুণে ল'ৰাটোক চিলঠ এখনত ছবি আঁকিবলৈ শিকাই আছে। তাৰ পিচৰ দৃশ্যত দেখা যাব ল'ৰাটোৱে একমনে এটা গোল বৃত্ত আঁকিবলৈ চেষ্টা কৰি আছে। কিন্তু বৃত্তটো সম্পূৰ্ণ গোল হৈ উঠা নাই। তৰুণে কাষৰ পৰা সৰু ল'ৰাটোক উৎসাহ দি আছে। সি আঁকি আছে কিন্তু বৃত্তটো সম্পূৰ্ণ গোলকৈ আঁকিব পৰা নাই। শুদা হাতেৰে এতিয়ালৈকে হেনো কোনোৱেই সম্পূৰ্ণ গোল বৃত্ত আঁকিব পৰা নাই। নামী নামী চিত্ৰকাৰেও হেনো পাৰ্ফেক্ট চাৰ্কল এটা আঁকিব পৰা নাই আজিলৈকে। তথাপি চেষ্টা চলি আছে। পাৰ্ফেকচনৰ বাবে সম্পূৰ্ণ নিখুঁততাৰ বাবে মানুহৰ চেষ্টা অবিৰাম

চলি আছে। চলি থাকিব। এইখিনিতে চিনেমাখন শেষ কৰি দিয়া যাব। ভাল হ'বনে ?

নীহাৰেন্দুৰ আগত দৃশ্যটো বৰ্ণাই উঠাৰ পিচত মই ভাবিলো এই যে সৰু ল'ৰাটোৰ চৰিত্ৰটো, এইটো কল্পনা কৰাৰ সময়ত মোৰ অবচেতনে কাৰ কথা ভাবিছিল বাৰু ? ৰণ্টুৰ ? নে ৰিকুৰ। নে সেই সৰু ল'ৰাটো মই নিজে ? সেই সৰু ল'ৰাটোৰ দৰে এখন সম্পূৰ্ণ নিটোল নিখুঁত চিত্ৰনাট্য লেখি উলিওৱাৰ প্ৰচেষ্টাত মই নিজে ? নে সেই ল'ৰাটো নীহাৰেন্দুহে আচলতে ? ল'ৰাটোৱে যিদৰে এটা সম্পূৰ্ণ গোলাকাৰ বৃত্ত, এটা পাৰ্ফেক্ট চাৰ্কল আঁকিবলৈ চেষ্টাত মত্ত, ঠিক তেনেকৈ সম্পূৰ্ণ নিখুঁত এখন পাৰ্ফেক্ট বোলছবি-চলচ্চিত্ৰ পৰিচালনা কৰি উলিয়াবলৈ যত্নপৰ নীহাৰেন্দু ? নে সেই সৰু ল'ৰাটো আচলতে সাবিত্ৰীৰ চেষ্টাবোৰহে দ্যোতক, সমস্ত প্ৰতিকুল বাধা সমস্যাৰ বিপৰীতে এটা সুস্থ সহজ জীৱন যাপনৰ বাবে তাইৰ নিৰন্তৰ প্ৰয়াসবোৰ ?

॥ এক ॥

## প্ৰস্তুতি পৰ্বৰ গল্প

সম্পাদকক লগ ধৰিব আহি আন এটা অফিচলৈ যোৱাৰ কথা। কিন্তু তেতিয়া দহটা বজাই নাই। অফিচ খোলাৰ সময় হোৱাই নাই। গতিকে মই ৰাস্তাৰ দাঁতিত এনেয়ে থিয় হৈ ৰ'লোঁ। মাজৰ সময়খিনি কেনেকৈ কটাব পাৰি তাকে গুণাগথা কৰিবলৈ। ৰাস্তাত বিভিন্ন ধৰণৰ মানুহৰ আহ যাহ। মই প্ৰায়েই লক্ষ্য কৰিছোঁ অসংখ্য মানুহ থাকিলে সাধাৰণতে প্ৰথমে চকুত পৰে ছোৱালী অথবা মহিলা সকলে। তাৰ পিছতহে বাকীবোৰ চকুত পৰিব পৰা পুৰুষলৈ দৃষ্টি অথবা মনোযোগ যায়। আজিও তাৰ অন্যথা নহ'ল।

প্ৰথমেই চকুত পৰিল এজনী বাইছ তেইছ বছৰীয়া সুগঢ়ী ছোৱালী দূৰৰ পৰা মই থিয় হৈ থকা অংশটোলৈ আগবাঢ়ি আহি আছে। ছোৱালীজনীৰ খোজত অকণমান অধীৰতা লক্ষ্য কৰিব পাৰি। ছোৱালীজনী মনিবপৰা দূৰত্বলৈ অহাত মই তাইৰ মুখখনলৈ লক্ষ্য কৰিলোঁ। ছোৱালীজনী বেছ ধুনীয়া। তদুপৰি ভুৰু দুয়োডাল ধুনীয়াকৈ সজাই লোৱা। গালত ঈষৎ ৰুজৰ প্ৰলেপ। নাকটো সৰু কিন্তু ধুনীয়া। ওঁঠ দুখন পুৰঠ। ইংৰাজীত যাক কয় Bee stung lips. মৌ মাখিয়ে কামোৰা ওঁঠ? ৰিৰ্জানিটোত মোৰ হাঁহি উঠি গ'ল। এনেতে ছোৱালীজনীয়ে দেখা পালে মই তাইৰ পিনে চাই মিচিকিয়াই হাঁহি আছোঁ। তাইৰ মুখ দৰ্শনত লগে লগে এটা বিৰক্তিৰ ছাপ আহি পৰিল। তাই ভাবিছে নেকি যে মোৰ দৰে উত্তৰ চল্লিশ বছৰীয়া প্ৰৌঢ় এজনে তাইৰ পিনে চাই অৰ্থপূৰ্ণ হাঁহি মাৰিবলৈ ৰাস্তাত বৈ আছো? কথাটো আৰু

বেছি হাঁহি উঠা। আৰু বেছি ভুল বুজা-বুজি নহওক বুলি মই তাইৰ মুখৰ পৰা দৃষ্টি আঁতৰাই নিলোঁ। ছোৱালী-জনীয়ে মোৰ কাষেৰে পাৰ হৈ বেছি দূৰ নগ'ল। আন-ফালৰ পৰা আহি থকা ডেকা এজনৰ ওচৰত তাই বৈ গ'ল। ( তাই প্ৰেমিকা ? নে বাৰবণিতা ? ) আৰু অলপ পিছত দুয়ো ৰিক্‌চা এখনত উঠি কোনোবা ফালে গ'লগৈ। ৰিকচাখন য'ত বৈ আছিলে ঠিক তাৰ ওচৰৰ ফুটপাথ খনলৈ এইবাৰ মোৰ দৃষ্টি গ'ল।

ফুটপাথখনৰে মানুহৰ বেছি আহ যাহ নাই। তাৰ এটা কাৰণ হ'ল ফুটপাথৰ কাষৰ দেৱালখনৰ ওচৰতে এজনী পাগলীৰ সংসাৰ। তাই এতিয়াও ফুটপাথখনতে শুই আছে। তাইৰ গাৰ ওপৰত ভৰি তুলি দি দেৱালত আউজি ভাৱলেশহীন দৃষ্টিৰে ৰাস্তাৰ পিনে চাই আছে পাঁচ ছয় বছৰীয়া ছোৱালী এজনী। পাগলী জনী আৰু ছোৱালী জনী দুয়োৰে গাত মলিয়ন ফটাছিটা কাপোৰ। ওচৰতে দুটামান ভঙাছিঙা কাহীবাতি আৰু বাচন বৰ্তন। কেইটামান ইটাও পৰি আছে। খুব সম্ভৱ সেই ইটা কেইটাই পাগলীজনীৰ সংসাৰৰ জুহাল। ছোৱালীজনী আৰু পাগলীজনী য'ত শুই আছে তাৰ ঠিক ওপৰত দেৱালখনত লেখা আছে ইংৰাজীত ৰিমেমবাৰ দ্য নভেম্বৰ ৰিভলুচন— নবেম্বৰ বিপ্লৱক পাহৰি নেযাবা। তাৰ পিছত এটা ৰাজনৈতিক দলৰ নাম। এওঁলোকে কোনটো নবেম্বৰ বিপ্লৱৰ কথা কৈছে ? মই মনত পেলাবলৈ চেষ্টা কৰিলোঁ। দেৱালখনত দুখন মান হিন্দী চিনেমাৰ পোষ্টাৰো আছে। অলপ দূৰত আকৌ লেখা আছে ইংৰাজী বৰফলা আখৰেৰে —ষ্ট্ৰেংথ। অৰ্থাৎ বল। অথবা শক্তি। তাৰ পিছত আকৌ এটা যুৱ সংগঠনৰ নাম। বিপ্লৱৰ আৰু শক্তিৰ মাজত সৰ্বহাৰা ভাৰতীয় শুই আছে সুদিনৰ অপেক্ষাত। মোৰ আকৌ হাঁহিৰ উপক্ৰম হ'ল। কিন্তু হাঁহিব নোৱাৰিলোঁ। কাৰণ ঠিক

তেনে সময়ত মই দেখিলোঁ ৰাস্তাৰ সিপাৰত থিয় হৈ থকা দুজন পুলিচে মোৰ পিনে লক্ষ্য কৰি আছে। এজন পুলিচৰ গাত খাকী পোছাক। এওঁৰ হাতত এডাল লাঠী। আনজনৰ গাত বগা পোচাক। ট্ৰেফিক পুলিচ নেকি ? তেওঁৰ হাতত এটা কাবাইন। কাবাইনটো লোৰ শিকলি এডালেৰে ককালত বান্ধি থোৱা আছে। অস্ত্ৰটো তেওঁ দুহাতেৰে ধৰি ৰাস্তাৰ পিনে টোঁৱাই আছে। মোৰ পিনেই টোঁৱাই আছে নেকি ? মই ভয়তে মোৰ দৃষ্টি আন পিনে-নিলোঁ।

আকৌ পাগলীজনী শুই থকা ঠাইখিনিৰ পিনে চকু গ'ল। এখন বেছ দামী অভিজাত বিদেশী গাড়ী তাৰ ওচৰতে ৰ'লহি। ওচৰৰে দোকান এখনৰ পৰা বেছ ডাঙৰ ডাঙৰ চপিং বেগ দুটা কোলাত লৈ এগৰাকী কিঞ্চিৎ বয়স্কা মহিলা সেই গাড়ীখনত উঠি বহিল। ড্ৰাইভাৰৰ স'তে কিবা কথা পাতিলে। ড্ৰাইভাৰে গাড়ী ষ্টাৰ্ট কৰোতে অলপ পলম কৰিছিল। পুলিচ দুজনৰ এজনে গৈ ড্ৰাইভাৰক কিবা কিবি ক'লে। এনেতে মহিলা গৰাকীয়ে পাগলীজনীক শুই থকা দেখিলে চাগে। তেওঁ বেগ এটাৰ পৰা ভঙনীয়া মুদ্ৰা এটা দলিয়াই দিলে পাগলীজনীৰ পিনে লক্ষ্য কৰি ফুটপাথলৈ। মুদ্ৰাটো গাৰ ওপৰতে পৰা পাগলীয়ে লক্ষ্য নকৰিলে। তাই একেদৰেই শুই থাকিল। গাড়ীখনে লগে লগে ষ্টাৰ্ট ল'লে। ঠিক সেই মুহূৰ্ততে পাগলীজনীৰ গাৰ ওচৰৰ পৰা পইচাটো বুটলি ললে সৰু ছোৱালীজনীয়ে। আৰু তড়িৎ গতিত থিয় হৈ পইচাটো এইমাত্ৰ ষ্টাৰ্ট লোৱা গাড়ীখনৰ পিনে জোৰেৰ দলিয়াই দিলে সেই সৰু ছোৱালীজনীয়ে। পইচাটো ছোৱালীজনীয়ে তেনেকৈ কেলেই দলিয়াই দিলে বাৰু। আঢ্যবন্ত মহিলাগৰাকীৰ অনুকম্পাক ঘৃণা দেখুৱায় ? নে নিজৰ দাৰিদ্ৰ্যৰ বিৰুদ্ধে অক্ষম ক্ষোভত ? নে এইটো পাগলী এজনীৰ পগলা জীয়েক এজনীৰ অৰ্থহীন এটা নভবা নিচিন্তাকৈ কৰা কাম ?

এই প্ৰশ্নটোৰ এটা লজিকেল উত্তৰ বিচাৰি অন্যমনস্ক হৈ কিছুপৰ ঠাইতে থিয় হৈ ৰোৱাত পিছত মই অনুভৱ কৰিলোঁ কোনোবাই মোক পিঠিত স্পৰ্শ কৰিছে। উভতি চাই দেখোঁ এজন মধ্যবয়স্ক বিৰাট মোছ থকা মানুহে মোক কিবা ক'ব খুজিছে। মই সুধিলোঁ—কি হ'ল ?

তেওঁ ক'লে—মই পুলিচ। বহু পৰৰ পৰা মই আপোনাক লক্ষ্য কৰি আছোঁ। আপুনি ইয়াত কিয় থিয় হৈ আছে ?

মই অলপ হতভম্ব। তৎক্ষণাৎ কি কওঁ নকওঁ ভাবি উলিয়াব নোৱাৰি বৰ বিপদত পৰিলোঁ—মই-মানে-ইয়াত-মানে কিয় থিয় হৈ আছোঁ—হেৰি মই মানে বৈ আছোঁ।

মোৰ অৰ্থহীন বাক্যটো শেষ হোৱাৰ আগেয়েই মানুহজনে ইংগিত দিলে। ইংগিত পোৱাৰ লগে লগে কাৰ্বাইন লৈ থকা দুজন পুলিচে নে মিলেটেৰীয়ে, মোক দুয়ো ফালৰ পৰা আগুৰি ধৰিলে। কাণ্ড দেখি মই মূৰ্ছা যোৱাৰ উপক্ৰমত কোনোমতে সেহাই সেহাই কলোঁ—হেৰি নহয়। মই ইয়াত থিয় হৈ হে আছোঁ। থিয় হৈ থকা কিবা অপৰাধ নেকি ?

—ঠিক আছে চ'ব কথা আপুনি থানাত ক'ব।

এনেতে কল্পনা বাইদেৱে মোক বচাই দিলে। কল্পনা বাইদেউ বজাৰৰ পৰা উভতি আহি আছিল। তেওঁ মোৰ ওচৰত পুলিচ বন্দুক দেখা পায়ো ভয় নেখালে। কলেজৰ লে'কচাৰাৰ যে। সাংঘাতিক ব্যক্তিত্ব থকা বাইদেউ। প্ৰিঞ্চিপেলৰ পৰা চকীদাৰলৈকে সকলোৱে কল্পনা বাইদেউৰ ভয়ত কঁপি থাকে। তেওঁ মোক আগুৰি ধৰা পুলিচ কেইজনক উদ্দেশ্যি প্ৰশ্ন সুধিলে—হেৰা ভাইটিহঁত। তোমালোকে ইয়াক কেলেই আগুৰি ধৰিছা ? ই নো কি অপৰাধ কৰিলে ?

পুলিচ কেইজনৰ দুজনে বাইদেউক চিনি পায়। বাইদেউক চিনি নোপোৱা মানুহ কমেই আছে। দুয়োজনে বাইদেউক মাত

লগালে। এজনে ঘটনাটো বুজাই দিলে—বাইদেউ। এওঁ ৰাস্তাত এইখিনিতে প্ৰায় আধা ঘণ্টা ধৰি সন্দেহজনক ভাবে বৈ আছে। জানেই নহয় দেশৰ কি অৱস্থা। আলফাকে চৰকাৰে নিষিদ্ধ কৰি থৈ মিলিটাৰী মেলি দিছে। মিলিটাৰীয়ে আচল বোৰক নধৰি অদকাৰী বোৰক ধৰি ফুৰিছে। আৰু আচলবোৰে ৰাজনৈতিক শত্ৰুবোৰকে মাৰি ফুৰিছে। এতিয়া আমাৰ পুলিচবোৰৰ হৈছে বিপদ। কোনোবা মাৰ্ডাৰ হ'লেই আমাক দুষিব। এইটো ৰাস্তাতে দুজনকৈ এক্চ্ মিনিষ্টাৰৰ ঘৰ। কেতিয়া আলফাই আহি কাক মাৰে ঠিক নাই। তাকে নঘটিবলৈ আমাক চব্বিছ ঘণ্টাই ইহাত পহৰাত বহুৱাই থৈছে। কোনোবাই ইফাল সিফাল কৰা সন্দেহ হ'লেই সাৱধান হ'বই লাগিব। বুজিছেই চাকৰিৰ টান। পিছে বাইদেউ আপুনি এওঁক চিনি পায় নেকি ?

—পাওঁ তো। ই মোৰ সম্পৰ্কীয় ভাইটি হয়। চৰকাৰী চাকৰি কৰে। ঐ বুৰ্বক তোৰ আইডেণ্টিটি কাৰ্ড নাই নেকি ? দেখুৱাই নিদিয় কিয় ?

মই খকামকাকৈ কাৰ্ডখন উলিয়াই দেখুৱালোঁ পুলিচ কেইজনক। চাই এজনে কলে—এঃ, এইখন আগেয়ে দেখুৱালেই হয় নহয়। মিছাই হাৰাশাস্তিখন হ'ল। আপোনাৰো। আমাৰো।

মই খঙেৰে কলোঁ—কাৰ্ডখন দেখুওৱাৰ সুবিধাকণ ক'ত দিলে ? চিধাই চোন থানালৈ লৈ যাব ওলাল !

—এঃ, যি হ'ল হ'ল। বেয়া নেপাব আৰু। বুজিছেই নহয়। আমাৰো ডিউটিৰ কথা। চাকৰিৰ কথা। কিবা এটা কোনেবাকৈ হৈ গ'লেই পোনেই চাচপেণ্ড কৰি থৈ দিব। গতিকে সাৱধান হ'বই লাগে আৰু। বেয়া-চেয়া নেপাব আৰু। বাইদেউ আপোনাকো কৈছোঁ।

পুলিচ কেইজনৰ হাতৰ পৰা ৰক্ষা পাই মই কল্পনা বাইদেউৰ ওচৰে ওচৰে খোজ কাঢ়ি যাব ধৰিলোঁ। বাইদেৱে বজাৰৰ মোনাটো

মোৰ পিনে আগবঢ়াই দি ক'লে—হোঁ—এইটো ধৰ। আজি বিক্‌চাও নেপালোঁ। ভিনীয়েৰ নাই নহয়—ট্যুৰত গৈছে—ময়েই বজাৰ সমাৰ কৰিবলগীয়া হৈছে। বাবলু গ'ল যোৰহাটলৈ ক্ৰিকেট খেলিবলৈ। ওভতাৰ নামেই নাই। ঘৰত অকলেই আছোঁ। পিছে তোৰ খবৰ কচোন। কেতিয়া আহিলি ?

মই মোনাটো সোঁহাতেৰে ধৰি কল্পনা বাইদেউৰ কাষে কাষে তেওঁৰ ঘৰৰ পিনে যাব ধৰিলোঁ। লগে লগে বৰ্ণাব ধৰিলোঁ আজি ৰাতিপুৱাৰে পৰা ঘটা ঘটনাবোৰ। কিদৰে মই বহুদিন আগেয়ে আলোচনীখনৰ সম্পাদকক এখন উপন্যাস লেখি দিম বুলি কথা দিছিলোঁ। কিন্তু মুৰকত লেখিব নোৱাৰি কিদৰে চেক্ লেখক মিলান কুন্দেৰাৰ উপন্যাসিকা এখন অনুবাদ কৰি মোৰ উপন্যাস-খনৰ ঠাইত ছপাই দিবলৈ এটা অলটাৰনেটিভ অফাৰ দিছিলোঁ। কিদৰে সম্পাদকজনে আকৌ অলপ সময় দি মোৰ ব্যক্তিগত উপন্যাস এখনকে লেখি দিবলৈ টানি আগ্ৰহ কৰি দেখুৱাত ময়ো তেওঁৰ আগ্ৰহত পম গৈ তৎক্ষণাৎ মান্তি হৈ পাৰি তেওঁৰ কোঠাৰ পৰা ওলাই অহাৰ পিছতহে উপলব্ধি কৰিলোঁ, তিনি দিনৰ ভিতৰত কেনেকৈ উপন্যাস এখন লেখি শেষ কৰিব পাৰি ? তদুপৰি লেখোঁ কি ? চাৱজেক্ট ক'ত ? এনেবোৰ বাবে বাংকৰা কথা ভাবি বৈ থাকোঁতেই কিখন অঘটন ঘটিল সেয়া কল্পনা বাইদেৱে দেখিলেই চোন।

—তাইনো ঠিক সেইখিনি ঠাইতে কেলেই ভেবা লাগি বৈ আছিলি ?

—ওচৰৰে অফিচ এটাত কাম আছিল আকৌ। অফিচবোৰত জানাই, চাৰে দহটাৰ আগেয়ে একো কাম কাজ নহয়। সেইকাৰণে বৈ আছিলোঁ।

এনেতে মোৰ মনত এটা বুদ্ধি খেলালে। কল্পনা বাইদেৱে ছদ্মনামত গল্প চল্প লেখিছিল। মই ভাবিলোঁ, এই যে অলপ

আগেয়ে উপন্যাস এখন লেখি দিম বুলি কথা দি আহিলোঁ সম্পাদক জনক, তিনি দিনৰ ভিতৰতে লেখি দিম বুলি, এই উপন্যাসখনৰ পৰিকল্পনাৰ ভাবটো কল্পনা বাইদেউৰ মুৰতে পেলাই দিওঁ। তেওঁ গল্পটোৰ ফ্ৰেমৱৰ্কটো ভাবি মেলি ঠিক কৰি যাওক মই তাৰে ওপৰত হেণ্ডুল হাইতাল বোলাই ব্যাসৰ কথা গনেশে মহাভাৰত লেখাৰ দৰে কিবা এখন লেখি পেলাওঁ, ৰাতিয়ে দিনে বহি। কথাটো বাইদেউৰ আগত উলিয়ালোঁ। বাইদেৱে আগতে মোক একপ্ৰস্থ গালি পাৰি ল'লে। কেলেইনো মই ইমান কম সময়ৰ ভিতৰতে উপন্যাস লেখি দিম বুলি কথা দিব লাগে। কি দৰ্কাৰটো আছিল? তই এটা মস্ত পাষণ্ড।

মই ক'লোঁ—পাষণ্ডই বাৰু দিয়া। তথাপি এজনে ইমানকৈ টানি অনুৰোধ কৰিছে, অনুৰোধটানো কেনেকৈ পেলাওঁ?

—ঠিক আছে বাৰু—ব'লচোন ঘৰলৈ। তাতে বহি কিবা এটা ভাবি চিন্তি চাওঁ।

বাইদেউৰ ঘৰত পাকঘৰতে বহিলোগৈ। মই চাহ নেখাওঁ বুলি কওঁতে বাইদেৱে দুপৰীয়া ভাত খোৱাৰ কথা ক'লে। বজাৰত বৰলীয়া মাছ পাই কিনি আনিছে। বিলাহীৰে ৰান্ধি দিব। এইদৰে লোভ দেখুৱাই বাইদেৱে মাছ বাচিবলৈ বহিল। মাছ বাচি বাচি মোৰ সৈতে কথা পাতিবলৈ ধৰিলে। মই বাইদেউক ৰাতিপুৱা ৰাস্তাত দেখা সেই প্ৰেমিকা নে বেশ্যা জনী পাগলীজনী আৰু গাড়ীত উঠি যোৱা ধনী মধ্যবয়স্কা মহিলা গৰাকীৰ কথা বৰ্ণাই শুনালোঁ। শুনি উঠি বাইদেৱে ক'লে—হৈ গ'লচোন কামটো! তোৰ উপন্যাসৰ প্লট ওলালেই চোন। এই তিনিজনী স্ত্ৰীচৰিত্ৰৰ কথা অলপ বহলাই লেখি পেলা। তই যে লেখ, সেই টুকুৰা-টুকুৰাকৈ, লাপ বান্ধ নোহোৱাকৈ চিনেমাৰ টুকুৰা, গানৰ টুকুৰা, চিঠিৰ টুকুৰা এইবোৰ জোৰা দি দি, কলাজ নে কিবা নাম দি, তেনেকৈ লেখি পেলা, হৈ গ'ল উপন্যাস।

—নাঃ, নোৱাৰি।

—কেলেই ?

—নাঃ। কলাজ টগ্লাজৰ নিচিনাকৈ লেখিলে মানুহে বুজি নেপায়—বৰুৱাদাই সেইদিনা ক'লে—হেৰা দেৱব্ৰত, তুমি কথাবোৰ পোন পটীয়াকৈ নেলেখা কিয় হে ? আমি যে লেখোঁ তেনেকৈ ? নহ'লে মানুহে টান পায় নহয়। তদুপৰি সেইদিনা 'সাদিন'ত অৰুণদাক লগ পালোঁ।

কোন অৰুণ ?

—সেই যে, অৰুণ গোস্বামী যে—খুব যে গল্প উপন্যাস লেখি থাকে, প্ৰফুল্ল মহন্ত, ভূপেন হাজৰিকা, নিৰ্মলপ্ৰভা বাইদেউ চবকে যে একেবাৰে ধৰাসৰকাকৈ গালি পাৰি গল্প চল্প লেখি থাকে—

অ', অ' বুইছোঁ দে, কি ক'লে অৰুণে ?

—অৰুণ দাই ক'লে—কি হে দেৱব্ৰত, তুমি চোন আজিকালি খালি মাইকী মানুহক লৈয়েই গল্প লেখি থাকা ?

—ক'বতো তেনেকৈ! তোৰ স্বভাৱ চৰিত্ৰ ভাল হ'লে হে! তই গল্পত ক'বলৈ যাবি সশস্ত্ৰ সংগ্ৰামেৰে শোষিত দৰিদ্ৰৰ মুক্তি যুঁজৰ গল্প, তাৰ মাজতে আনি দিবি কবিতা ভাল পোৱা ছোৱালী এজনীৰ ব্যৰ্থ প্ৰেমৰ কেলেংকাৰী। মানুহে সশস্ত্ৰ সংগ্ৰামৰ কথা মনত ৰাখিব নে ছোৱালীজনীৰ ব্যক্তিগত দুখৰ কথা ? মানুহক দোষ নিদিবি বুইছ—দোষটো তোৰেই।

—আচ্ছা, আচ্ছা, হ'ব দিয়া, দোষটো বাৰু মোৰেই। এতিয়া এই উপন্যাসৰ কথাটো কি কৰোঁ কোৱাচোন।

ইতিমধ্যে কল্পনা বাইদেউদৰ মাছ বচা কাম শেষ। মাছখিনি লৈ গৈ ধুই ধুই বাইদেৱে উত্তৰ দিলে—প্ৰেমিকা জনী, পাগলী জনী আৰু সেই ধনী মানুহজনীৰ কথাটো লেখিয়ে পেলা, বুইছ তেতিয়া গল্পটোৰ পটভূমি তৈয়াৰ হৈ যাব।

—কেনেকৈ ?

—কওঁ শুনক। এইখিনি পঢ়ি মানুহে বুজিব দেশখনত প্ৰচণ্ড আৰ্থিক বৈষম্য। কিছুমানি মানুহ একেবাৰে নিঃস্ব। ঘৰবাৰীও নাই। ইহঁত আজি ৰাস্তাৰ বাসিন্দা। এই ভিক্ষাৰী জনী। কিছুমান মানুহে খাবলৈ ববলৈ পাইছে কিন্তু তাৰ বেছি একো নাই। যেনে ধৰ সেই ছোৱালী প্ৰেমিকাজনী। তাইৰ মধ্যবিত্ত মাক বাপেকৰ ক্ষমতাৰ ওপৰত বিশ্বাস নাই। তাই সেয়ে ওলাই আহিছে নিজেই প্ৰেমিক এজন বাচি ল'বলৈ অথবা নিজৰ যৌবনৰ গ্ৰাহক বিচাৰি। আনপিনে বিছুমান ফিলথি বীচচ সাংঘাটিক-ভাৱে ধনী মানুহো আছে। সেই পইচা দলিয়াই গাড়ীত উঠি যোৱা মহিলাজনীৰ দৰে। সমাজৰ এই বিভিন্ন শ্ৰেণীৰ মাজত এটা হিডেন্ টেঞ্চন আছে।

—হিডেন টেঞ্চন? মানে নেদেখা সংঘাত নহয় জানো?

—অঁ সংঘাত। পাগলীৰ ছোৱালীজনীয়ে যে পইচাটো গাড়ীখনৰ পিনে দলিয়াই দিলে। সেইটো এটা শিলগুটিও হ'ব পাৰিলেহেঁতেন! আৰু আমাৰ সমাজত এই সংঘাতটো যাতে ভয়ংকৰ পৰ্যায়লৈ গৈ প্ৰবল কাজিয়া পেচাল বা বিপ্লৱ টিপ্লৱৰ পৰ্যায় নেপায়গৈ তাৰ বাবে বৈ আছে পুলিচ কাবাইন লৈ। পুলিচবোৰে এই যে শান্তিৰক্ষাৰ নামত, কাৰ স্বাৰ্থ সিদ্ধি কৰিছে, গৰীববোৰৰ নে মধ্যবিত্তৰ, নে ধনীবোৰৰ, সেইটো অৱশ্যে বেলেগ প্ৰশ্ন। কিন্তু পুলিচবোৰ আছে। আলফা ধৰাৰ নাম লৈয়ে আছে। আলফা ধৰিবলৈ আহি চোন আজি তোকো ধৰিছিল।

মই প্ৰশংসাৰে বাইদেউৰ পিনে চালোঁ আৰু কলোঁ—বাইদেউ। বাঃ। ইমান ধুনীয়া এনালিচিচ কৰি দিলা!

বাইদেৱে গামোচাত হাত মচি মচি কলে—বদমাচ! তেল মাৰিবলৈ আহিছ! ইপিনে চাৰে দহটা বাজি গলেই চোন। তোৰ অফিচত কামখিনি কৰি আহগৈ যা। দুপৰীয়া একেলগে ভাত খাম। চাৰে বাৰটাৰ বেছি পলম নকৰিবি কিন্তু।

মই কলোঁ—ৰ'বা ৰ'বা। যাম ৰ'বা। কিন্তু উপন্যাসখনৰ পটভূমিটোহে বাচি দিলা। আচল গল্পটো?

—উস্। তইচোন মোক নেৰিছ অ'! ঠিক আছে বাৰু, কিবা এটা ভাবি থম যা। আচ্ছা হেৰি নহয়, তই যে মিলন কুন্দেৰা নে কাৰ উপন্যাসিকা এখন অনুবাদ কৰা বুলি কৈছিলি সেইখনৰ মূল ঘটনাটো কি?

—এ ঘটনাটো বিৰাট দীঘল। এৰাতি হস্পিটাল এখনত চাৰিজন ডাক্তৰ, তাৰে দুজন প্ৰেমিকা-প্ৰেমিকা, আৰু এজনী নাৰ্চৰ মাজৰ ঘটনা। ৰাতিটোৰ ভিতৰতে চব কাণ্ড ঘটে।

—অ'ৰাতিৰ কথাকওঁতে মনত পৰিছে আমাৰ চুবুৰীত হাজৰিকাৰ ঘৰত চোৰ এটাই কিবা কিবি মোনাত ভৰাই আছিল এৰাতি। ইপিনে মিলিটেৰীয়ে আহি গোটেই চুবুৰী ঘেৰি পেলালে কোনোবা আলফাক বিচাৰি। আলফাক নোপালে, কিন্তু বেচেৰা চোৰটো ধৰা পৰিল।

মই ক'লোঁ—এই দুয়োটা ঘটনা লগ লগাই কিবা এটা সাজিব পৰা যায়চোন। ঠিক আছে তেনেহ'লে। কল্পনা বাইদেউ। মই যাওঁ। ভাত খাবলৈ আহিম। তেতিয়ালৈ তুমি কিবা এটা ভাবি থ'বা দেই!

—চাওঁ দেচোন কিবা ভাবি উলিয়াব পাৰোঁ নেকি। তই ঘূৰি আহগৈ চোন বাৰু।

॥ দুই ॥

## এজন চোৰৰ গল্প

তাৰ নাম কিচ্না। থাকে চহৰৰ প্ৰান্তৰ বস্তীটোত। অকণমানি ঘৰ এটাত তাৰ সংসাৰ। ঘৰটোও তেনেই জৰাজীৰ্ণ। কাঠৰ টুকুৰা, পেলনীয়া প্লাইউড, মিঠাতেলৰ টিং ভাঙি চিধা কৰি লোৱা

এলুমিনিয়ামৰ চীট, এইবোৰেৰে জোৰা তাপলি মৰা সৰু ঘৰটো। তাৰ ভিতৰতে কিচুনা, ঘৈণীয়েক তাৰা আৰু তিনিবছৰীয়া পোৱালীটো যাক আদৰৰে দুয়ো ৰাজু বুলি মাতে, এই তিনিটা প্ৰাণীৰ সংসাৰ। ঘৰটো সিহঁতে নিজেই সাজি লোৱা। কিন্তু যিহেতু মাটিৰ মালিক বেলেগ সেয়ে মাহে ত্ৰিশ টকাকৈ খাজনা দিব লাগে। যোৱা তিনি মাহে এই খাজনাখিনি দিব পৰা নাই কিচুনাই। আজি ৰাতিপুৱাতে মালিকৰ দালাল সুখবীৰে সঁকিয়াই থৈ গৈছে। অহা তিনিদিনৰ ভিতৰত পুৰা নব্বৈ টকা সোধাব নোৱাৰিলে ঘৰ চব ভাঙি থৈ যাব হেনো।

সুখবীৰ যোৱাৰ পিছত তাৰ খেচখেচনি আৰম্ভ হৈ গ'ল। মাইকী বাচ্চা চম্ভালাৰ শক্তি নাই যদি কেলেই চাদী কৰিব লাগে? যোৱা তিনিমাহ ধৰি এক পইচা ইনকাম নাই, ঘৰত খাবলৈ এটা বস্তু নাই, তাৰাই আক খুজি তাক খুজি ভিখাৰীৰ দৰে সংসাৰ চলাব লগীয়া হৈছে, ঘৰৰ খাজনা নিদিয়া কাৰণে কোনদিনা ৰাস্তাৰ ফুটপাথত উঠিবগৈ লাগে ঠিক নাই, ৰাজুৰ গুপ গুপীয়া বুখাৰটো ইপিনে সদায় গধুলি আৰম্ভ হয়। যোৱা কালিৰ পৰা দিনতো আৰম্ভ হৈ গৈছে, ঔষধপাতি এটা দিবলৈ নাই আৰু কিচুনাই মৰদ হৈও হাত সাৰ্বাতি ঘৰতে বহি আছে।

যোৱাৰাতি কিচুনাক চৰদাৰে মৰমতে মাতি নি অলপ গেলা খাবলৈ দিলে। বিনা পইচাই পাই সি অলপ বেছিকৈ খাই ললে। কোনোমতে ঘৰলৈ আহি শেতেলীত শুই পৰিল। আজি ৰাতিপুৱাহে সি গম পাইছে সি ইমান বেছি মদ কেনেকৈ খালে। ৰাতিপুৱাৰে পৰা অসহ্য মুৰৰ বিষ। ৰ'দৰ পিনে চাবই নোৱাৰি। মুৰ ফাটি যাওঁ ফাটি যাওঁ অৱস্থা। এনে অৱস্থাতে আহি ওলাল সুখবীৰ। ঘৰৰ খাজনা লাগে। সুখবীৰ যোৱাৰ লগে লগে আৰম্ভ হৈ গ'ল ঘৰৰ মাইকীৰ লেকচাৰ। সি জুপুকা মাৰি খাটিয়াতে বহি চুপচাপ তাৰাৰ গালি গালাজ শুনি আছিল।

সিনো বাবু কি কৰিব ? তাৰো উপায় নাইকিয়াৰ দৰে অৱস্থা। তাৰ আচল কামকাজ এতিয়া প্ৰায় বন্ধৰ দৰেই। যেতিয়াৰ পৰা অসমত মিলিটাৰী সোমাল আলফাৰ ল'ৰাবোৰ ধৰিবলৈ, তেতিয়াৰে পৰা কিচ্‌নাৰ কাম-কাজ বন্ধ হৈ গ'ল। ৰাতি ৰাতি ৰাস্তাবোৰত মিলিটাৰী ঘূৰা হ'ল। কিচ্‌নাৰ লগৰে মাছখোৰাৰ ইচ্‌মাইলক এদিন পাণবজাৰত হেনো হাতেলোটে ধৰা পেলালে মিলিটাৰীয়ে। তাৰ পিছত এদিন দুদিন নহয় পাক্কা সাতদিন ধোলাই দি, ইলেকট্ৰিকৰ চক্ দি, হাতভৰি ভাঙা অৱস্থাত হস্পিটালত পেলাই থৈছে হেনো। এতিয়ালৈকে এৰি দিয়াই নাই হেনো। আৰু কিমান দিন বেচেৰাৰ কপালত এই দুৰ্দশা লেখা আছে ভগবানেহে জানে। এই বিলাক দেখি শুনি কিচ্‌নাই ইমান দিনে ক'তো চুৰ কৰিবলৈ ওলোৱা নাই। সেই কাৰণেই ইনকামো নাই। ৰেলষ্টেচনত ধূপৰ পেকেট ফেৰী কৰিনো কেইটা পইচা উপাৰ্জন হয় ? কোনোমতে চাউল ডালিখিনি কিনিব পৰা হয়গৈ আৰু। দুদিনমানৰ পৰা চৰ্দাৰে বৰকৈ ধৰি আছে কিচ্‌নাক। আকৌ কাম কাজত যাব লাগে। সি কামলৈ নোযোৱা বাবে চৰ্দাৰৰো লোকচান হৈ আছে। চোৰাই মালৰ চাপ্লাই বিজিনেচটো একদম বন্ধ হৈ গৈছে। ইমান দিনে চুৰ কৰি অনা বস্তুবোৰ চৰ্দাৰক গতাই দিব পাৰিলেই তৎক্ষণাৎ চৰ্দাৰে পাঁচশ ছ'শ অথবা বস্তু বেছি ওজনৰ হলে এহেজাৰ ডেৰহেঁজাৰলৈকে দি দিয়ে। সেই বস্তুবোৰ চৰ্দাৰে ছিলং বা চিলিগুৰিলৈ চাপ্লাই দি বহু টকা উপাৰ্জন কৰে। চৰ্দাৰৰ বহুত জনা' শুনা লোক আছে। পুলিচতো চৰ্দাৰৰ হাতকৰা মানুহ আছে। সেয়ে চুৰ কৰিবলৈ গৈ ধৰা পৰিলেও ভয় নাই। এদিন দুদিন লক্ আপ ৰ হোৱা খোৱাৰ পিছত, দুই তিনিবাৰ ধোলাই খোৱাৰ পিছত, কিচ্‌নাৰ দৰে আন কেইটাকো সদায় চৰ্দাৰে গৈ জামিনত খালাচ কৰাই আনেগৈ। কিচ্‌নাই অৱশ্যে এবাৰেই ধৰা পৰিছিল। তাকো নিজৰ দোষত

নহয়। লগৰটোৰ দোষতহে। সেইবাৰেই পুলিচৰ খোলাইত তাৰ বাওঁহাতখন কমজোৰী হৈ পৰে। চৰ্দাৰেই টকা খৰচ কৰি ডাক্তৰৰ হতুৱাই হাতখন প্লাষ্টাৰ কৰি ভাল কৰাই দিয়ে। চৰ্দাৰ লগত থাকিলে আনফালে সিমান ভয় নাছিল। চুৰি ডকাইতি মাজে মাজে চলাই থাকিব পৰা গ'লহেঁতেন। কিন্তু মাজতে এই মিলিটাৰীবোৰ আহি বিপদত পেলালে। ইহঁতৰ হাতত ৰাতিখন ধৰা পৰিলে বচাৰ উপায় নাই। নিঘাৎ আলফা বুলি ধৰিব। আৰু ইচমাইলক মৰাৰ দৰে আধামৰা কৰি পেলাব আলফাৰ খবৰ সুধি সুধি।

এই আলফাটো কি বস্তু, কিচ্নাই এদিন চৰ্দাৰক সুধিছিল। আলফাক নো মিলিটাৰীয়ে কিয় বিচাৰি ফুৰে, সেই কথাটো কিচ্নাই বুজা নাছিল। চৰ্দাৰে চ'ব কথা তাক বুজাই দিলে। কিচ্নাহঁতে যেনেকৈ মানুহৰ ঘৰে ঘৰে গৈ ৰাতি ৰাতি চুৰ কৰে তেনেকৈ আলফাৰ ল'ৰাবোৰে ভাবে যে দিল্লীৰ 'গবৰমেণ্টে' আমাৰ অসমখনতো দিন দুপৰতে চুৰি ডকাইতি কৰি একদম 'ভুচা' বনাই দিছে। অসমৰ পৰা তেল নিছে, 'চায়পাত্তি' নিছে আৰু কিমান কি বস্তু নিছে, কিন্তু উল্টাই অসমক একো দিয়া নাই। অসমত একো ইণ্ডাষ্ট্ৰী বহুৱা নাই। নৌকৰী-চাকৰি বঢ়োৱাৰ 'বন্দোবস্ত' কৰা নাই, বস্তু-বাহানিৰ দাম ভাৰতৰ আন ঠাইতকৈ অসমত বহুত বেছি বঢ়াই দিছে, এইবিলাকেই আপত্তি। এতিয়া আলফাৰ ল'ৰা চবে কৰিছে কি, বাহিৰত গৈ আৰ্মিৰ 'টেৰেইনিং' লৈ আহিছে। আহি পেল্লাই বন্দুক দেখুৱাই কৈছে অসম ভাৰতৰ লগত নাছিল, নেথাকিবও। অসমখনো স্বাধীন হ'ব লাগিব। সেই কাৰণেই কাজিয়াখন লাগিছে। আলফাক লাগে স্বাধীন অসম। দিল্লীৰ শাসন নেলাগে। দিল্লীয়ে এই কথাটো মানি নলয়। ইমানদিনে আৰামচে অসমৰ তেল চাহভাত খাবলৈ পোৱাটো ইমান সহজে এৰি দিব নে?

কথাবোৰ শুনি কিচ্‌নাই প্ৰশ্ন কৰিছিল—এনেকৈ কিমান দিন চলিব ?

চৰ্দাৰে ওপৰৰ পিনে আঙুলিয়াই উত্তৰ দিছিল—আল্লাই জানে কিমান দিন চলিব ?

—এনেকৈ আৰু কিছুদিন মিলিটাৰী থাকিলে চোন নেখাই মৰিব লাগিব। ঘৰত তাৰাৰ গালি গালাজ আছেই। এতিয়া আকৌ আৰম্ভ হৈছে ৰাজুৰ বুথাৰ। হাতত এক পইচা নাই। ইপিনে—

চৰ্দাৰে তাক উপায় দিলে—সেইকাৰণেইতো কৈছোঁ—যা কিচ্‌না-মিলিটাৰী থাকক নেথাকক আকৌ কামত ধৰ। নহ'লে তোৰো মৰণ, মোৰো মৰণ।

—না চৰ্দাৰ, এই মিলিটাৰীবোৰ থাকিলে ৰাতি ওলাবলৈ ভয় লাগে। ইহঁতৰতো বাচ বিচাৰ নাই। চুৰ কৰি ধৰা পৰিলেও আলফা বুলি লটকাই দিব। তাতকৈ ঘৰতে নাখাই নবৈ থাকা ভাল। কম্‌চে কম্ জানটো বাচি থাকিব।

—যা, যা। কেইদিন বাচি থাকিব? মই ধাৰ দিয়া বন্ধ কৰিলেই মৰিবি। মোৰ ওচৰত তোৰ কিমান ধাৰ হৈছেগৈ খবৰ আছে? পুৰা চাৰে তিনিশ টকা। সুদ লগালে তো পাঁচশ পাবগৈ। তই নিজৰ মানুহ বুলিহে সুদৰ হিচাপ কৰা নাই। কিন্তু এনেকৈ কামলৈ নগৈ ঘৰতে বহি থাকিলে নচলিব। মই সুদৰ হিচাপো লগাবলৈ আৰম্ভ কৰিম। হাঁ!

এইবিলাক কথা ভাবি গুণিয়েই আজি ৰাতিপুৱাৰ পৰা কিচ্‌নাৰ মনমেজাজ খাৰাপ হৈ আছে। ৰাতিপুৱাই আহিল সুখবীৰ। খাজনাৰ টকাৰ তাগাদা দিবলৈ। তাৰ পিছৰে পৰা আৰম্ভ হৈ গ'ল মাইকীজনীৰ খেচখেচনি, গালি গালাজ। ইপিনে ৰাতিপুৱাৰে পৰা পেটলৈ খুদকণ এটাও যোৱা নাই। এটা বিড়ি বাকী আছিলগৈ। তাকেই হুপি হুপি শেষ কৰিলে। এক

ঘণ্টামান হৈ গ'ল তাৰাৰ খেচ খেচনি চলিয়েই আছে। হঠাৎ কিচনাৰ খং উঠি গ'ল। সি খঙেৰে কৈ উঠিল—ঐ চালা বজ্জাত মাইকী! মুখ বন্ধ কৰিবি নে নকৰ?

—কেলেই কৰিম কেলেই কৰিম? তই খাবলৈ দিছ নে পিন্ধিবলৈ দিছ?

—চালী, কুকুৰণী, মোক চিনি পোৱা নাই

এইবুলি কিচনাই উঠি গৈ তাৰাক টানি আনি মাজিয়াত বগৰাই লৈ লথিয়াব ধৰিলে। গিৰিয়েকৰ লাথি খাই তাৰাৰ গালি গালাজ কমক ছাৰি বাঢ়িবলৈ হৈ ধৰিলে। লগে লগে আৰম্ভ হ'ল তাইৰ কান্দোন কাটোন। মাৰি পিতি একো ফল নধৰাত কিচনাই এসময়ত ঘৰৰ পৰা ওলাই আহিল। তাৰ আগেয়েই সি থিৰাং কৰি পেলালে। এনেকুৱা জিন্দগী জীয়াই থকাতকৈ মৰি যোৱাই ভাল। আজি সি আকৌ চুৰ কৰিবলৈ যাব। এনেকৈ নেখাই মৰিলেও মৰা। আনপিনে মিলিটেৰীৰ হাতত আলফা বুলি মাৰ খাই মৰিলেও মৰা। মৰাই ভাল। এনেকৈ জীয়াই থকাতকৈ। চুৰ কৰিবলৈ গৈ মৰিলে মৰিল। ধৰা নপৰি বাচি গলে অন্ততঃ কেইদিনমান ভালকৈ খাই বৈ থাকিব পৰা যাব। বাচ্চাটোৰ, ৰাজুৰ ভাল চিকিৎসা কৰাব পৰা যাব। এৰা। ইয়াৰ বাহিৰে উপায় নাই। সি আজি ৰাতি আকৌ কামলৈ ওলাব। চন্দাৰৰ পৰা আৰু কেইটকামান ধাৰে লৈ অলপ মিঠাতেল কিনিব লাগিব। গোটেই গাতে সানি ল'ব লাগিব। যাতে কোনোবাই ধৰিলেও পিছল গাটোৰ বাবে সহজে ওলাই দৌৰিব পৰা যায়। চাবিৰ মস্ত কোছাটো কমৰত ভালকৈ বান্ধি ল'ব লাগিব। কেতিয়া কোনটো চাবি কামত লাগে ঠিক নাই। পেঞ্চিল টৰ্চটোৰ বেটেৰী ভালে আছে নে নাই জুখলাই চাব লাগিব। বহুত কাম আছে। এইবাৰ সি চন্দাৰৰ ঘৰলৈ গ'ল। চন্দাৰে তাৰ কথা শুনি নিশ্চয় ভাল পাব। আজি সি আকৌ ৰাতিৰ কামত ওলাব। ধৰা পৰাৰ চাঞ্চ আছে। তথাপি সি চুৰ কৰিবলৈ ওলাব। আজি ৰাতি।

## তিনি

### এটা প্ৰতিজ্ঞাৰ গল্প

ৰুবী বৈ আছে। আজাদ কেতিয়া উভতি আহে তালৈ বাট চাই। আজাদ উভতি আহিবনে বাৰু? প্ৰায় তিনি বছৰ হ'ল আজাদ গুচি যোৱা। তাৰ পিছত ৰুবীয়ে তাক লগ পোৱা নাই। মাজে মাজে অ'ৰ ত'ৰ পৰা এখন দুখন চিঠি। মৰম-ভালপোৱাৰ প্ৰতিশ্ৰুতি। কেতিয়াবা তাক পাহৰি পেলোৱাৰ বাবে অনুৰোধ। কেতিয়াবা গভীৰ বিশ্বাসত সোনকালেই প্ৰত্যাবৰ্তনৰ আশা। এনেবোৰ স্ববিৰোধী কথাৰে ভৰা চুটি চুটি চিঠিবোৰ। তাকেই সাবটি ছোৱালীজনী বৈ আছে। এদিন আজাদ উভতি আহিব। এদিন সকলো অশান্তি শাম কাটিব। এদিন অসমৰ আকাশ আকৌ ফৰকাল হ'ব। ৰাজনৈতিক খেলিমেলিবোৰ আঁতৰ হ'ব। শিৰ তুলি সগৰ্বে উভতি আহিব আজাদহঁত বনজংগল অথবা লুকাই থকা ঠাইবোৰৰ পৰা আপোন আপোনজনৰ বুকুৰ মাজলৈ। আজাদ আহি ৰুবীক সাবতি ল'ব। অসহ্য আনন্দত দুচকু মুদ খাই আহিব ৰুবীৰ। দুচকুৰ পৰা দুধাৰি লোতকো বৈ আহিব পাৰে আনন্দৰ আতিশয্যত। সেই সুদিনলৈ ৰুবী বৈ আছে, অকলশৰে, আশাৰ বিৰুদ্ধে আশা পুহি লৈ। ৰুবী বৈয়েই আছে।

—ৰুবী পাকঘৰৰ পৰা কিবা পোৰাৰ গন্ধ আহিছে চোন অ'। মাকে শোৱনিঘৰৰ পৰা মাত লগালে। ৰুবীৰ তেতিয়াহে সম্বিৎ ফিৰিল। ভাজিখন কেৰাহীত লাগি ধৰিছে। নিজৰ চিন্তাতে মগন ৰুবীৰ খবৰেই নাছিল। আজি মাকৰ গা বেয়া। সেই কাৰণে ৰুবীয়েই পাকঘৰত সোমাইছে দেউতাক কেনিবা গৈছে।

খুব সম্ভৱ কলিতাৰ গেলামালৰ দোকানত বহি আড্ডা মাৰি আছে। এনেতে দপ্‌কৈ লাইট নুমাই গ'ল। ৰুবীৰ গাত ওপৰৰ পৰা জোনৰ পোহৰ অলপ পৰিলহি। সিহঁতৰ ঘৰৰ মূল ঘৰটোত ছালত টিনপাত দিয়া। পাকঘৰটোত কিন্তু খেৰ। পাকঘৰটোৰ মজিয়াখনো কেঁচা। জোনৰ পোহৰ সোমাইছে ছাদৰ খেৰৰ ফুটাৰ মাজেৰে। সেই পোহৰ খিনিৰ সহায়তেই তাই খেপিয়াই খেপিয়াই মমডাল জ্বলালে। তাৰ পিছত কেট্‌লিৰ পৰা অলপমান গৰম পানী কেৰাহীটোত ঢালি দি কৰ্‌চলিৰে ভাজিথন লৰাই উঠি লৰালৰিকৈ শোৱনি কোঠালৈ গ'ল। মমডাল হাতত লৈ। মাকে কিন্তু ইতিমধ্যেই খেপিয়াই খেপিয়াই মম এডাল জ্বলাই লৈছিলেই। মাকে সুধিলে—কিহৰ গোন্ধ ওলাইছিল অ' ?

—ভাজিথন অকণমান পুৰিল মা। এতিয়া আকৌ পানী ঢালি দিছোঁ।

এনেতে বাহিৰত দুৱাৰত কোনোবাই টুকুৰিয়ালে। মাকে কলে—কোনোবা আহিছে নেকি অ' ?

ৰুবিয়ে বাহিৰৰ পিনে উদ্দেশ্য কৰি অলপ জোৰেৰে মাত লগালে—বাবা আহিলা নেকি ?

বাহিৰৰ পৰা এটা ৰুক্ষ কণ্ঠই উত্তৰ দিলে—অকণমান দুৱাৰখন খোলকচোন।

আজিকালি ৰাতি বিয়লি যাৰে তাৰ বাবে দুৱাৰ খুলি দিয়া বৰ বুদ্ধিয়কৰ কাম নহয়। দিনকাল বৰ বেয়া। বিশেষকৈ ৰাষ্ট্ৰপতিৰ শাসন আৰু আৰ্মিৰ আইনখন অসমত চলিবলৈ দিয়াৰ পিছৰে পৰা। তাতে আকৌ এতিয়া লাইট নাই। গোটেই চহৰখনতে ঘিটঘিটিয়া এন্ধাৰ। এনে এন্ধাৰৰ সুযোগ লৈ অকল-শৰীয়া দুজনী মহিলা থকা ঘৰ এটাত কোনোবাই কিবা অপকৰ্ম কৰি থৈ গ'লেও আপত্তি কৰোতা কোনো নোলাব। যিহে দুৰ্দিন

আজিকালি। মাকে সেই কাৰণে আকৌ সুধিলে—কাক বিচাৰিছে ? আপুনি কোন ?

—অকণমান খোলকচোন। আমি ৰুবীক বিচাৰি আহিছোঁ। আজাদে পঠিয়াইছে।

পোষ্টমাষ্টৰৰ চাকৰিটোৰ পৰা অৱসৰ পোৱাৰ পিছত দেউতাকে কোনোমতে সাচঁতীয়া ধনখিনিৰে এই ঘৰটো সাঁজি উলিয়ালে। তাকো গোটেইটো পুৰাকৈ সাজিব নোৱাৰিলে। দুটা কোঠা আৰু সমুখৰ বাৰান্দাখনৰ আধা ঢাকি এটা ড্ৰইংৰুম সৰুকৈ তিমানেই। পাকঘৰটো পকা কৰিব পৰা ন'গল। এনেতে ৰুবীৰ ককায়েক জীৱন পৰিল অসুখত। কিবা অচিন ৰোগ। ল'ৰাটো এম. এ পঢ়ি থাকোতেই হঠাতে লাহে লাহে খীনাই যাব ধৰিলে। ইপিনে খোৱাবোৱাতো ৰুচি নোহোৱা হ'ল। ইয়াত মেডিকেলত একে ধৰিব নোৱাৰি কলিকতালৈ নিবলৈ নিৰ্দেশ দিলে। ট্ৰপিকেল মেডিচিনলৈ। তাতো একো ধৰিব নোৱাৰি মাদ্ৰাজলৈ নিবলৈ ক'লে। মাদ্ৰাজতে বেচেৰা ঢুকাই থাকিল। জীৱনৰ অসুখতো বাপেকৰ যথেষ্ট টকা পইচা শেষ হ'ল। উপাৰ্জন বুলিবলৈ মাথো পেঞ্চনৰ কেইটামান টকা। তেতিয়া ৰুবী মেট্ৰিকৰ ডেওনাত। এনেতে খুলশালীয়েক এজনে টকা পইচা দি সহায় কৰাত ঘৰৰ সমুখৰ খালি ঠাইকণতে তিনিটা সৰু সৰু জুপৰি সাজি দিলে। এটা উমৈহতীয়া বাথৰুম আৰু লেট্ৰিনো। এই ৰুম কেইটা এশ টকাকৈ ভাড়া দিয়াত সিহঁতৰ আৰ্থিক অৱস্থাৰ কিছু উপশম হ'ল। এতিয়া সেই ঘৰকেইটাৰ ভাড়া ডেৰশ টকালৈ বঢ়াই দিয়া হৈছে। সেই ভাড়া ঘৰতে আহি থাকিবলৈ লৈছিল আজাদে।

বগাজগা ধুনীয়া থুলন্তৰ ল'ৰাটো। এম. এচ. চি. পঢ়িবলৈ আহি প্ৰথমতে হোষ্টেলত চীট নোপোৱাত বন্ধু এজনৰ মুখে খবৰ পাই এই সস্তীয়া ভাড়া ঘৰটোত থাকিবলৈ লৈছিল আজাদে।

আজাদক প্ৰথম দিনা দেখিয়েই মাকৰ মনটো দুখেৰে উথলি উঠিছিল। জীৱনটোও দেখিবলৈ প্ৰায় একেকুৱাই আছিল। মাথোন ৰৰণটো ইমান উজ্জ্বল নাছিল। আজাদে আহিয়েই মাকক মাহী-দেউ বুলি সম্বোধন কৰিবলৈ লৈছিল। মাকেও প্ৰায়েই তাক চাহ টাহ খাবলৈ মতাৰ ছলেৰে তাৰ খা-খবৰ লৈছিল। আজাদ ঘৰৰ একমাত্ৰ ল'ৰা। দুজনী বায়েকৰ বিয়া হৈ গৈছে। এটা ভায়েক আছে স্কুলত পঢ়ে। মাজতে আৰু দুজনী ভনীয়েক। দুয়ো পঢ়ি আছে। নামমাত্ৰ মাটিবাৰী আছে। তাৰেই কোনোমতে চলি যায় আৰু। এতিয়া আজাদে এম. এচ্ চি. টো পাছ কৰি ভাল চাকৰি বাকৰি পালে পৰিয়ালৰ কিছু সকাহ হ'ব।

ঠিক সেইখিনি সময়তে ৰুবীয়ে চাইণ্ড লৈ কলেজত সোমাইছে মাথোন। মাক-দেউতাকে আজাদক অনুৰোধ কৰিলে ৰুবীক মাজে মাজে কেলকুলাচ, এলজেব্ৰা, ক'অৰ্ডিনেট জ্যামিতি শিকাই দিবলৈ। এনেকৈ ৰুবীৰ সান্নিধ্যত অহাৰ পিছত এদিন আজাদে ৰুবীৰ বহীৰ মাজত নিজৰ নাম লেখা লেফাফা এটা পালে। সেই লেফাফাৰ মাজত আহিল স্বাধীন হিয়াৰ বতৰা। ৰুবীৰ আহ্বান নেওচিব নোৱাৰিলে আজাদে। দুয়োৰে মনৰ মাজত আনে নজনাকৈ সন্তৰ্পনে নিৰ্মিত হৈ গ'ল কেতিয়াও ছিগিব নজনা এখন নিখুঁত সাকোঁ। আজাদে এম. এচ. চি. পাচ কৰিলে। পাচ কৰাৰ প্ৰায় লগে লগেই এটা চৰকাৰী চাকৰিৰ ইণ্টাৰভিউ দিলে। সময়ত জনা গ'ল তাৰ নাম লিষ্টৰ তিনি নম্বৰত আছে। চাকৰিটো সি পাবই পাব। ৰুবীয়ে এদিন গৈ শুক্ৰেশ্বৰ মন্দিৰত পূজা এভাগ দি আহিলগৈ। এনেতে বিপদ আহিল। আন্দোলনৰ অন্তত অ গ প চৰকাৰে ৰাজপাটত বহিল। বহিয়েই চাকৰি বাকৰিত যিমানবোৰ নিৰ্বাচিত লিষ্ট আছিল সকলোবোৰ কেন্সেল কৰি দিলে। ফলত আজাদে পাব লগীয়া চাকৰিটোও কেন্সেল হৈ গ'ল। আজাদে ৰুবীক কথা দিছিল চাকৰিটো পোৱাৰ এবছৰৰ ভিতৰতে তাৰ নিজৰ আৰু ডাঙৰ ভনীয়েকৰ বিয়া দুখন একে লগে পাতি পেলাব। ৰুবীৰ কোনো চিন্তাই নাই। এতিয়া সিহঁত দুয়োৰে সকলো ভাবনা চিন্তা অংক নেওতাত খেলি মেলি লাগি গ'ল। তাৰ পিছৰ

ঘটনা বৰ দ্ৰুততৰ। চাকৰি-বাকৰিৰ বজাৰ আগতকৈ যথেষ্ট দুমূল্য হৈ উঠিল অ গ প চৰকাৰৰ ৰাজত্বত। টকা পইচা নিদিলে, অথবা এম. এল. এ. মন্ত্ৰীৰ লগত চা-চিনাকি নেথাকিলে চাকৰি পোৱাৰ কোনো ধৰণৰ সম্ভাৱনাই নাইকিয়া হৈ গ'ল। আজাদে দুবাৰে এ. পি. এচ. চি.-ৰ পৰীক্ষা দিলে। তাতকৈ পঢ়াশুনাত যথেষ্ট দুৰ্বল ল'ৰাই হাঁহি হাঁহি হাকিম মণ্ডুপৰ চাকৰি পাই গ'ল। আজাদ হঁতৰ দৰে সৎ সৰলবোৰে ওঁঠ চেলেকি থাকোতেই গ'ল। লাহে লাহে বেকাৰত্বৰ নিৰাশাত ডুবি যাব ধৰা আজাদক আত্মহত্যাৰ ওচৰৰ পৰা আতঁৰাই আনিলে দুটা তত্বই। এটা হ'ল ৰুবীৰ অবিচলিত মৰম চেনেহ আৰু আনটো হ'ল আলফা নামৰ এটা সশস্ত্ৰ দলৰ অভ্যুদয়। এই দলটোৱেই অসমখনক সমস্ত শোষণ, দুনীতি আৰু অব্যৱস্থাৰ মাজৰ পৰা সশস্ত্ৰ আন্দোলনৰ সহায়েৰে এখন মুক্ত আৰু স্বাধীন সমাজবাদী দেশত পৰিণত কৰিবলৈ বদ্ধ পৰিকৰ হৈ সমুখ সমৰত নামিল। এই আলোড়নকাৰী আবেদনৰ সমুখত আজাদহঁতৰ দৰে বহুতো সৎ, সৰল বিবেকবান ল'ৰাই সহজেই সহাঁৰি দিলে। প্ৰাণৰ মূল্যক তুচ্ছ জ্ঞান কৰি মাতৃভূমিৰ হকে যুঁজিবলৈ অকুতোভয় কিছুমান ল'ৰাই ঘৰ এৰি বাহিৰলৈ ওলাই গ'ল, যুদ্ধক্ষেত্ৰলৈ। বহুতো ভুলভ্ৰান্তিৰ মাজেৰে সিহঁতৰ আন্দোলন অব্যাহত থাকিল। আনকি নবৈৰ চনৰ শেষৰ ফালে যেতিয়া আলফাক চৰকাৰে বেআইনী ঘোষণা কৰি পোনপটীয়া যুদ্ধ ঘোষণা কৰি সিহঁতৰ বিৰুদ্ধে মিলিটাৰী বাহিনী এৰি দিলে তেতিয়াও আলফাৰ পৰাক্ৰম নকমিল। অৱশ্যে অ'ত ত'ত চেৰা চোৰোকাকৈ এজন দুজন কৰ্মী অথবা এজন দুজন আলফাৰ নেতা ধৰা পৰিবলৈ আৰম্ভ কৰিলে মিলিটেৰীৰ হাতত। আৰু এনেবোৰ খবৰ শুনিলেই ৰুবীৰ মনত একোটা একোটা হাতুৰীৰ কোব পৰাৰ দৰে পৰে। জানোচা আজাদো কেতিয়াবা এনেকৈ ধৰা পৰে। কোনো এটা দুদিনত। তেতিয়া কি হ'ব ?

দুৱাৰত আকৌ অধৈৰ্য টোকৰ পৰিল। কোনোবাই অধৈৰ্য কণ্ঠেৰে আকৌ মাতিলে—ৰুবী দুৱাৰখন খোলকচোন। আমাৰ হাতত সময় বেছি নাই। আজাদৰ খবৰ আছে।

এইবাৰ আৰু ৰুবীয়ে বৈ থাকিব নোৱাৰিলে। দৌৰি যোৱাৰ দৰে গৈ তাই দুৱাৰখন খুলি দিলে। পিছে পিছে মাকে মম এডাল লৈ ওলাই আহিল।

দুৱাৰ খোলাৰ প্ৰায় লগে লগে দুজন ল'ৰা সোমাই আহিল। হাতত ব্ৰিফকেচ লৈ থকা জনে চকীত বহিল। আনজনে দুৱাৰত আকৌ ছিটকিনি লগাই দিলে। আৰু খিৰিকীৰ ওচৰত থিয় হৈ পৰ্দাৰ ফাকেৰে বাহিৰলৈ চাই ৰ'ল। বহাজনে ক'লে—আমি আজাদৰ বন্ধু। আজাদ অসমতে আছে। আৰু ভালে কুশলে আছে। আজাদে আপোনালোকৰ ঘৰত এই ব্ৰীফকেচটো ভালকৈ লুকুৱাই ৰাখিবলৈ কৈছে। আজাদ এসপ্তাহমানৰ ভিতৰতে ইয়ালৈ অহাৰ কথা। তেতিয়া তেওঁক এই ব্ৰীফকেচটা ওভোতাই দিব লাগিব।

মাকে সুধিলে—সেই চুটকে'চটোত কি আছে ?

—আমি নেজানো কি আছে।

—তেনেহ'লে এনেকুৱা বস্তু কেনেকৈ ৰাখোঁ ? ভিতৰত যদি কিবা বেয়া বস্তু আছে। নাই, নাই, এইবোৰ ঘৰত ৰখা বৰ বিপদৰ কাম। অইন ঠাইত ৰাখিব পৰা নেযায়নে ?

ৰুবীয়ে ক'লে—একো নহয় মা। এইখিনি ৰিচ্‌ক্ লোৱাতনো কি আপত্তি থাকিব পাৰে ? আজাদ দা আহিম বুলি কৈছেই দেখোন দুই এদিনতে।

—তই মনে মনে থাকচোন। তই চ'ব কথা বুজি নেপাৱ নহয়।

· এনেতে খিৰিকীৰে বাহিৰলৈ চাই থকা জনে ক'লে—এজন বুঢ়া মানুহ আহিব ধৰিছে। টৰ্চ লৈ।

ৰুবীয়ে কলে—বাবা। মানে দেউতা।

বহি থকাজনে সুধিলে—অকলে আহিছে নে আন কোনোবা লগত আছে ?

অকলে।

তেনেহলে দুৱাৰ খুলি দে।

দেউতাক অহাৰ পিছত দেউতাক, মাক, ৰুবী তিনিও আলোচনা কৰি ব্ৰীফকেচটো ৰখাটোকে মনস্থ কৰিলে। কৰ'বাত লুকুৱাই ৰাখিব লাগিব। ৰুবীৰ মনটো ভাল লাগি গ'ল। ল'ৰা দুজনে

বিদায় লোৱাৰ আগেয়ে আকৌ এবাৰ জনাই গ'ল আজাদ সোনকালেই আহিব। মাকে এনেতে পাকঘৰলৈ গৈ তাৰ পৰাই ৰুবীক জনালে—ৰুবী ভাজিখন তেনেই কেৰাহীত লাগি ধৰিলে। তেনেই পুৰিল, এইখন মুখত দিবই নোৱাৰিম। তই ভাতৰ লগত আলু কেটামানকে সিজা। নিমখ তেল সানি পিটিকা কৰি দিবি।

॥ চাৰি ॥

## আন এটা প্ৰতীক্ষাৰ গল্প

ডাক্তৰ বৰুৱাই মূৰ জোকাৰি জোকাৰি বেডৰুমৰ পৰা বাহিৰলৈ ওলাই আহিল। চলিহা তেওঁৰ পিছে পিছে ওলাই আহিল। বাহিৰৰ ৰুমত বৈ আছিল অৰুণিমা কাকতি আৰু ৰাজখোৱা। দুয়ো উদ্‌গ্ৰীৱতাৰে ডাক্তৰৰ মুখলৈ চালে। ডাক্তৰে আগৰ দৰেই হতাশাৰে মূৰ জোকাৰি জোকাৰি কলে—একো আশা দেখা নাই। মই ইঞ্জেকচন এটা পুচ্ কৰি দিছোঁ। নাৰ্চকো কনষ্টেণ্টলি নুজৰ দি থাকিব কৈছোঁ। কিন্তু এনেকৈ আৰু পাঁচ ছ' ঘণ্টামান কমাত থাকিলে আকৌ যে চেঞ্চ ঘূৰি আহিব তাৰ আশা বৰ কম। তাতে পেচেণ্টৰ বয়সো প্ৰায় সত্তৰমান হৈছে গৈ। নহয়নে চলিহা ?

হয়, মাৰ বয়স বৰ্তমান বাসত্তৰ তেসত্তৰ মান চলি আছে। মোৰেই চল্লিচ চোওঁ চোওঁ।

—তেনেহলে মই এতিয়া বিদায় লওঁ। এবাৰ নাচিং হ'মতো সোমাব লাগিব। তাৰ পিছত আজি ৰাতি ঘৰতে থাকিম। কিবা আৰ্জেণ্ডী দেখিলে মই নাৰ্চক কৈ দিছোঁ। তৎক্ষণাৎ খবৰ দিব। মোৰ ঘৰৰ ফোন নম্বৰ আছেই নহয়।

ডাক্তৰ গ'লগৈ। চলিহাই তেওঁক বাৰান্দালৈকে আগবঢ়াই দিলে। উভতি আহি বাকী দুজনৰ সমুখত চোফাত ধপকৈ বহি পৰিলহি। তিনিওজন বেছ কিছুপৰ মনে মনে বহি ৰ'ল।

ৰাজখোৱাই প্ৰথমে কথা ক'লে—এতিয়া বৈ থকাৰ বাহিৰে একো উপায় নাই। তই মোমায়েৰ হ'তলৈ আৰু বায়েৰলৈ খবৰ পঠিয়ালি নে ?

—অ' ফোন কৰিলোঁ। কালি ৰাতিপুৱা গাড়ীৰে আহিব। আবেলি দুটা তিনিটা মানত আহি পাবহি লাগে।

আকৌ কিছুপৰ নীৰৱতা। চলিহাই গাটো এৰি দি ভৰি দুখন দীঘল দীঘলকৈ মেলি মূৰটো চোফাৰ পিছফালে আউজাই দিলে। এনেতে ৰাঘৱ আহি ওচৰ পালেহি। ৰাঘৱ তেওঁলোকৰ বাবুৰ্চী। ৰাঘৱে সুধিলে—চাৰ আজি কেইজনৰ খানা হ'ব?

চলিহাই কিবা কোৱাৰ আগেয়েই অৰুণিমাই কৈ উঠিল—তিনিজনৰ বেছিকৈ বনাবা। নাৰ্চজনী, ৰাজখোৱা মহা আৰু মেয়ো খাম। আমি গোটেই ৰাতি থাকিম।

ৰাঘৱে আকৌ চলিহাক সুধিলে—চাৰ, হ'বনে?

চলিহাই বিৰক্তিৰে উত্তৰ দিলে—অ'। ক'লে নহয় মেমচাহাবে। তেনেকৈয়ে ৰান্ধ গৈ যা।

ৰাঘৱ গ'লগৈ। ৰাজখোৱাই চলিহাক ক'লে—তইনো তাক তেনেকৈ ক'ব লাগে নে? সি নো কি দোষ কৰিছে?

—এঃ তুমি মোক এতিয়া সৰু ল'ৰাৰ দৰে শিকাব বুজাব নেলাগে মহা। মইহে বুজিছোঁ যি বিপদত পৰিছোঁ। এতিয়া মোৰ মাথা চাথা চ'ব বেয়া হৈ গৈছে।

অৰুণিমাই চলিহাৰ সমৰ্থনত কৈ উঠিল—হ'বতো তেনেকুৱা। নিজৰ মাকে যদি নিজৰ পেটৰ ল'ৰাকে পৰ বুলি ভাবি এনেকুৱাকৈ ঠগাই থৈ যাবলৈ ওলায় কাৰ মাথা ঠাণ্ডা হৈ থাকিব?

এনেতে দপকৈ লাইট নুমাই গ'ল। ৰাজখোৱাই কৈ উঠিল—আহিল এই আপদটো। হ'ল পাৱাৰ কাট। কেইঘণ্টা বা এতিয়া এনেকৈ এন্ধাৰত ৰাখে?

ঘৰৰ কামকৰা ছোৱালী এজনীয়ে নিঃশব্দে লেম এটা থৈ গ'ল। হালধীয়া পোহৰ কোঠাটোত বিয়পি পৰিল। ৰাজখোৱা এইবাৰ উঠি গৈ খিৰিকীৰ সমুখত থিয় দিলে। আকাশত এটা সপ্তমীৰ জোন। তাৰেই ঢেলা পোহৰত তেওঁ দেখা পালে দুজন ডেকাই এটা ব্ৰীফকে'চ হাতত লৈ সন্তৰ্পনে ওচৰৰ ঘৰটোৰ ভিতৰলৈ সোমাই গৈ দুৱাৰত টোকৰ দিছে। দুৱাৰখন খোলা নাই।

আজি ৰাজখোৱাক ফোন কৰি মাতি আনিছিল চলিহাই।

ৰাজখোৱাই চলিহাৰ মাহীয়েকক বিয়া কৰাইছিল। এতিয়া ঘৈণীয়েক নাই। দুবছৰ আগেয়ে ঢুকাইছে। ৰাজখোৱা অৱসৰ-প্ৰাপ্ত গভৰ্ণমেণ্ট অফিচাৰ। চলিহা এজন ইণ্ডাষ্ট্ৰিয়েলিষ্ট। দেউতাকৰ দিনৰ কেবাখনো চাহ বাগান আছে। চাহবাগানবোৰ চলায় চলিহাৰ ভিনীহীয়েকে। চলিহা মাথো নামত ডাইৰেক্তৰ। চলিহাই অৱশ্যে চাহবাগানৰ মেচীনেৰী চাপ্লাই কৰে। সৰু সুৰা কিবা কিবি এটা দুটা নিজেও নিৰ্মাণ কৰে। এতিয়া এটা ডাঙৰ ইণ্ডাষ্ট্ৰী খোলাৰ ইচ্ছাত কেপিটেল গোটাই আছে। গেচৰ চিলিণ্ডাৰ নিৰ্মাণ কৰাৰ কাৰখানা। বহুত টকাৰ ইনভেষ্টমেণ্ট। তেওঁৰ লগত আছে মহাক ৰাজখোৱা আৰু অৰুণিমা কাকতি। চলিহাই ইমান দিনে বিয়া কৰোৱাৰ কথা ভবাই নাছিল। ব্যৱসায়ত ইমান মগ্ন হৈ আছিল যে বিয়া কৰোৱাৰ দৰ্কাৰ বা অৱসৰেই নাছিল। এনেতে নতুন উদ্যোগটোৰ বাবে মুলধন বিচাৰিবলৈ গৈ লগ পালে অৰুণিমাক। অৰুণিমা সদ্য বিধবা এগৰাকী আঢ্যৱন্ত মহিলা। বয়স ডেৰকুৰিৰ পাৰ হ'লেও তৎক্ষণাৎ ধৰিব নোৱাৰি কথাটো। অৰুণিমাৰ মৃত স্বামীৰ পৰিয়ালৰ আছে এটা প্ৰতিষ্ঠিত ড্ৰাগচ্‌অৰ কাৰখানা। ব্যৱসায়ৰ খুব ভাল অৱস্থা। অৰুণিমাই স্বামীৰ অংশ পৰিয়ালৰ আন সদস্য সকলক বিক্ৰি কৰিলে যথেষ্ট টকা পাব পাৰে। এই টকা অৰুণিমাই চলিহাৰ নতুন ব্যৱসায়ত লগ্নী কৰিবলৈ ৰাজী আছে। কিন্তু এটা চৰ্ত্ত। চৰ্ত্তটো হ'ল চলিহাই অৰুণিমাক বিয়া কৰাব লাগিব। কথাটোত চলিহাৰ আপত্তি নাছিল। আপত্তি হ'ল, মাকৰ। মাকৰ মতে অৰুণিমাৰ স্বভাৱ চৰিত্ৰ ভাল নহয় তদুপৰি অৰুণিমাৰ ককাক তেওঁলোকৰ বাগান এখনৰেই সৰু মহৰী আছিল। এনেয়ে সৰু পৰিয়ালৰ ছোৱালী, তাতে আকৌ বিধবা, এনে ছোৱালীক কোনেনো বাৰু জানি শুনি নিজৰ বোৱাৰী কৰি আনে? মাকৰ আৰু পুতেকৰ এই কথাটো লৈ মনোমালিন্য বহুদূৰ পাইছেগৈ। অলপতে চলিহাই জানিব পাৰিলে মাকে চাহ বাগানৰ ব্যৱসায়ৰ নিজৰ নামৰ চেয়াৰবোৰ উইল কৰি জোঁৱায়েকৰ নামত ট্ৰেঞ্চফাৰ কৰি থ'বলৈ যা-যোগাৰ কৰিছে। আনপিনে আকৌ চলিহাই বেংকত নতুন উদ্যোগটো বহুৱাবলৈ

ঋণ বিচৰাৰ সময়ত সেই চেয়াৰবোৰকে মাকে গেৰাণ্টৰ হিচাপে বেংকত বন্ধক থ'ব বুলি কথা দি থৈছে। এতিয়া সেই এককবোৰ চেয়াৰকে মাকে অইনৰ নামত হস্তান্তৰ কৰি দিলে চলিহাই লোনটো পাব কেনেকৈ? নতুন ব্যৱসায়টো আৰম্ভ হ'ব কেনেকৈ? এতিয়া এই কথাটোৰ নিষ্পত্তি এটা কৰিবলৈকে আজি চলিহাই ৰাজখোৱাক মাতি আনিছিল। ৰাজখোৱাই চলিহাক যথেষ্ট মৰম কৰে। চলিহাৰ কম্পেনীৰ এজন ডাইৰেক্টৰো তেখেত। ৰাজখোৱাই মাকক বুজাই বৰাই চেয়াৰবোৰ হস্তান্তৰ কৰাৰ পৰা বিৰত থাকিবলৈ অনুৰোধ কৰিবলৈকে আজি গধূলি চলিহাৰ ঘৰলৈ আহিছিল। কথাবতৰাও ভাল দৰেই আগ বাঢ়িছিল। এনেতে মাকে চলিহাৰ বিয়াৰ কথা উলিয়ালে। মাকে ক'লে যে চলিহাই যদি সেই অৰুণিমা বোলা জনীক বিয়া নকৰি আন কোনো ভাল ছোৱালী এজনী বাচি লয় তেনেহ'লে মাকে চেয়াৰখিনি হস্তান্তৰ নকৰে। এই কথাটো লৈয়েই মাক পুতেকৰ কাজিয়া লাগি গ'ল। আৰু ৰাজখোৱাই হস্তক্ষেপ কৰিব পৰাৰ আগেয়েই খণ্ডত একোনাই হৈ মাক অজ্ঞান হৈ পৰি গ'ল। তাৰ পিছৰে পৰা মাক এতিয়া মৃত্যুৰ দুৱাৰদলিত। চলিহাহঁত এতিয়া অদ্ভুত এটা দোমোজাত। মাক যদি জ্ঞান নোপোৱাকৈ ঢুকাই থাকে তেনেহ'লে চেয়াৰখিনি জোৱাযেকৰ নামলৈ গুচি যাব। আৰু মাকে যদি দুনাই জ্ঞান ওভোতাই পায় তেনেহলে মাক জীয়াই থাকে মানে চলিহাই অৰুণিমাক বিয়া কৰাব নোৱাৰে। অৰ্থাৎ অৰুণিমাৰ টকাখিনিও ব্যৱসায়লৈ আনিব নোৱাৰে। এটা অদ্ভুত অসামঞ্জস্যত বেচেৰা বৰ্তমান অস্থিৰতাৰ মাজত ছট ফটাই আছে।

এনেতে বে'ডৰুমৰ পৰা নাৰ্চজনীয়ে আহি ঘোষণা কৰিলে— "ডাক্তৰক মাতি পঠাওক। পেচেণ্টৰ অৱস্থা ডিটৰিয়েৰেট কৰিছে।

চলিহাই ৰাজখোৱাক ক'লে—মহা, আপনি ডাক্তৰলৈ ফোন কৰককচোন মই ভিতৰলৈ যাওঁ।

ডাক্তৰে আহি এটা লাইফ চেভিং ড্ৰাগ অনাবলৈ ক'লে। পাণবজাৰত নহ'লে উলুবাৰী চাৰিআলিত দুখন অল নাইট ফাৰ্মাচী আছে। সেই দুখন ফাৰ্মাচীত পালেহে পাব। নহ'লে নাই।

চলিহাই ড্ৰাইভাৰক ততাতৈয়াকৈ টকা পইচা আৰু প্ৰেচক্ৰিপচনখন দি পঠাই দিলে। তেতিয়া ৰাতি চাৰে নটা মান হৈছে। অথচ চহৰখন এন্ধাৰত ডুবি আছে। যেন মাৰ্জনিশাহে। এতিয়াও লাইট জ্বলা নাই। উভতি ভিতৰ সোমাবৰ পৰত চলিহাই দেখিলে ৰুবীহঁতৰ ঘৰৰ পৰা দুজন ডেকা ল'ৰা ওলাই আহি কোবাকুবিকৈ বজাৰৰ পিনে যাব ধৰিছে। এই ৰাতিখন ৰুবীহঁতৰ ঘৰৰ পৰা এই দুজন ক'ৰ ডেকাল'ৰা বাহিৰ ওলাল ?

কেইমাহমান আগেয়ে ৰুবীয়ে এটা চাকৰিৰ বিচাৰি আহিছিল চলিহাৰ ওচৰলৈ। চলিহাই স্পষ্ট ইংগিত দিলে যে যদি ৰুবীয়ে নিজৰ চৰিত্ৰ, সতীত্ব এইবোৰত বেছি গুৰুত্ব দিব নোখোজে তেনে-হ'লে চলিহাই তাইক নিজৰ ব্যক্তিগত সহকাৰী কৰি ৰাখিব পাৰে। তাই এচাৎ মাৰি ওলাই গৈছিল কোঠাটোৰ পৰা। এইবোৰ মানুহক দেখুওৱা ঢং চলিহাই চ'ব জানে। তাই যে সিহঁতৰ ভাড়াঘৰত থকা সেই ল'ৰাটোৰ লগত চাৰিওপিনে ঘূৰি ফুৰে তাকো চলিহাই জানে। এতিয়া যে এই ডেকা দুজন ৰাতিৰ এন্ধাৰত ৰুবীহঁতৰ ঘৰলৈ কিয় আহিছিল তাৰো এটা অনুমান চলিহাই কৰি ল'ব পাৰে। চলিহাই জানে ৰুবীহঁতৰ ঘৰৰ আৰ্থিক অৱস্থা তেনেই শোচনীয়। সেই সুযোগতে তাইৰ যৌৱন উপভোগ কৰি সিহঁতৰ আৰ্থিক অৱস্থাত অকণমান সহায় কৰি দিয়াৰ প্ৰস্তাব দিছিল চলিহাই। সেই প্ৰস্তাৱ ৰুবীয়ে প্ৰত্যাখ্যান কৰিছিল। ইমানেই যদি সতী সাধ্বী তুমি তেনেহ'লে এই দোভাগ নিশা তোমাৰ ঘৰৰ পৰা ডেকা ল'ৰা ওলাই আহে কিয়? আজি অৱশ্যে এইবোৰ অদৰকাৰী কথাত খৰচ কৰিবলৈ চলিহাৰ হাতত সময় নাই। আজিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল মাকৰ জীৱন মৃত্যুৰ সমস্যাটো। মাক বাচি উঠিবনে বাৰু ?

অলপ পিছতে ড্ৰাইভাৰে দৰবটো লৈ আহিল। দৰবটো দিয়াৰ পিছত ডাক্তৰে আৰু অলপপৰ অপেক্ষা কৰিলে। আধা ঘণ্টামানৰ পিছত মাকৰ অৱস্থা আগতকৈ কিছু ভাললৈ আহিল। এইবাৰ ডাক্তৰ যাবলৈ ওলাল। ডাক্তৰ যোৱাৰ পিছত চলিহাই ৰাঘৱক নিৰ্দেশ দিলে সোনকালে ভাত চাৰ্ভ কৰিবলৈ। ৰাজখোৱা, অৰুণিমা, চলিহা সকলোৰে ডাইনিং ৰুমলৈ উঠি গ'ল। ভাত খাই উঠি আকৌ গোটেই ৰাতি অপেক্ষা কৰিব লাগিব।

পাঁচ

## দোভাগ বাতিৰ গল্প

দুপৰীয়াতে কিচনা চোৰে চুবুৰীটো চাই থৈ গৈছে। মানুহৰ বসতি ইয়াত সিমান ঘন নহয়। তাৰ পছন্দ হ'ল দুটা ঘৰ। এটা কমজোৰী মানুহৰ ঘৰ। কম্পাউন্ডত সৰু সৰু তিনিটামান ভাড়া অলপ ঘৰ আছে। ওচৰৰ ঘৰটো মস্ত এটা বাংলো। বাংলোটোৰ পিছফালে এখন বিৰাট বাগান। বহুত গছ টছ আছে। ঠায়ে ঠায়ে জোপোহা গছো আছে। দুয়োটা ঘৰতে সোমাই চুৰ কৰি বস্তুবোৰ প্ৰথমতে বাৰীখনলৈ লৈ যাব লাগিব। অথবা মানুহে চোৰ অহাৰ কথা গম পাই হুলস্থুল কৰিলেও প্ৰথমতে এই বাৰীখনতেই লুকাবলৈ ভাল হ'ব। সময় পালে বাৰীতেই জোপোহাবোৰৰ আঁৰত জোনৰ পোহৰত বস্তু বাহানিবোৰ পৰীক্ষা কৰি দৰ্কাৰীবোৰ লৈ অদৰ্কাৰীবোৰ পেলাই থৈ যাব পৰা যাব। সি আৰু অলপ ঘূৰি পকি চালে ঠিক কোনখিনি ঠাইত দেৱাল পাৰ হৈ জাঁপিয়ালে খুন-জখম হোৱাৰ সম্ভাৱনা কম।

ৰাতিটোৰ বাবে তাৰ কামৰ ঠাই চিহ্নিত কৰি উঠাৰ পিছত সি এইবাৰ বজাৰৰ ওচৰৰ নদীৰ পাৰত থকা হনুমানজীৰ মন্দিৰলৈ গ'ল। তাৰ পুজাৰীজীৰ অংক কেতিয়াও ভুল নহয়। সি আজিও পুজাৰীজীৰ হতুৱাই মণ্ডল চোৱাই ল'বলৈ গ'ল। পুজাৰীজীয়ে মণ্ডল চাই ক'লে যে অহা তিনিদিন তাৰ বাবে বৰ শুভ। এই তিনি দিনত তাৰ সকলো কাম সিদ্ধ হ'ব। পুজাৰীজীৰ বিধান শুনি উঠি সি দুটকীয়া নোট এখন ভক্তিভৰে আগবঢ়াই দিলে। পুজাৰীজীয়ে নোটখন তাচ্ছিল্যৰে আঁতৰাই উত্তৰ দিলে—মালুম নহী হেয় ক্যা ? আজকাল ৰে'ট বঢ় গয়া। পাঁচ ৰুপায়া নিকালো।

গধূলিৰে পৰা কিচনা চোৰ সাজু হ'বলৈ ধৰিলে। ঘৈণীয়েক তাৰাক লগাই দিলে হাতে ভৰিয়ে তেল সানিবলৈ। মূৰতো তেপ্-তেপীয়াকৈ তেল ঢালি ল'লে। তেল সনা হওঁতেই দপ্‌কৈ লাইট নুমাই গ'ল গোটেই চহৰত। কিচনাৰ মনটো ভাল লাগি গ'ল। আজি পুজাৰীজীয়ে ঠিকেই কৈছিল, তাৰ দিন ভাল। এতিয়া লাইটটো নজলাকৈ থাকিলেই হয়।

দেখুৱাই গভৰ্ণমেণ্ট পেঞ্চনাৰ বুলি নিজেকে সাব্যস্ত কৰাৰ পিছত, চলিহাৰ মাকৰ অসুখৰ কথা সবিস্তাৰে বৰ্ণাই থাকোতেই পিছপিনৰ বাৰীৰ পৰা দুজন মিলিটাৰী আহি অফিচাৰক চেলুট দিলেহি আৰু কলে –চাৰ, খবৰ য়ে হেয় কে, পিছৱাড়েমে হথিয়াৰ মিলা হেয়। তিন ৰিভলভাৰ ঔৰ এক চাইলেণ্চাৰ। ঝাড়ীয়োঁকে বীচ ছুপাকে ৰখা হুৱা থা।

অফিচাৰ জনে মন্তব্য দিলে—আচ্ছা!

তাৰ পিছত ৰাজখোৱাক উদ্দেশ্য কৰি কলে—ঘৰ কা মালিক কৌন হেয়?

চলিহাই ক'লে—মই।

অফিচাৰ জনে উত্তৰ দিলে—আপকো হমাৰে' চাথ চলনা হোগা। হমাৰী কেম্প মে।

॥ ছয় ॥

## এটা কৰুণ সমাপ্তিৰ গল্প

গল্পটো শুনি শুনি মই কল্পনা বাইদেউৰ কল্পনা শক্তিৰ ওপৰত আকৌ এবাৰ বাঃ বা দিলোঁ। বঢ়িয়া গল্প ভাবি উলিয়াইছে বাইদেৱে। উপন্যাসখন লেখিলে জমি যাব। কিন্তু শেষটো কেনেকুৱা হ'ব? কল্পনা বাইদেৱে মোৰ প্ৰশ্নৰ উত্তৰত ক'লে, শেষটো ট্ৰেজিক কৰি দিয়া যাওক। সেইদিনা প্ৰফুল্লই কৈছিল।

—কোন প্ৰফুল্ল?

সেই যে চিনেমাৰ ডিষ্ট্ৰিবিউটৰ প্ৰফুল্ল। প্ৰফুল্লই কৈছিল যিখন অসমীয়া চিনেমাই মানুহক কন্দুৱাব পাৰে সেইখন চিনেমা বোলে নিৰ্ঘাৎ হিট। অসমীয়া মানুহে কান্দিবলৈ ভাল পায়। সেইকাৰণেই গল্পটোৰ শেষত এটা ট্ৰেজিক টাচ্ দি দিবি।

—কেনেকৈ?

—কেনেকৈ কওঁ শুন। কিচ্‌না উভতি গৈ বস্তীৰ কাষ পাওঁতেই ধৰা পৰিব। মিলিটাৰীৰ মাৰ খাই সি সৈ কাঢ়িব যে ব্ৰীফকে'চটো সি এঠাইৰ পৰা চুৰ কৰিহে আনিছিল। সি ঘৰটো দেখুৱাই দিয়াৰ পিছত মিলিটেৰীয়ে নিশ্চিতমনে শুই থকা ৰুবীহঁতক জগাই ৰুবীৰ দেউতাকক প্ৰশ্ন-ট্ৰশ্ন সুধিবলৈ সিহঁতৰ

কেম্পলৈ লৈ যাব। কেম্পতে দেউতাকৰ মৃত্যু ঘটিব। ৰুবী আৰু মাক তেনেই নিঃসহায়া হৈ পৰিব। ৰুবীৰ চৰিত্ৰ পতনো ঘটাই দিব পাৰ। আনপিনে কিচনাক ধৰি লৈ যোৱাৰ পিছত তাৰ ঘৈণীয়েকক ঘৰৰ পৰা উলিয়াই দিব সুখবীৰ অৰ্থাৎ মালিকৰ দালালজনে। ৰাস্তাত বৰষুণত ভিজি ভিজি সিহঁতৰ পুতেক ৰাজু এসময়ত মৃত্যু মুখত পৰিব।

আনপিনে চলিহাৰ মাক বাচি উঠিব। কিন্তু চলিহাই কেম্পত মিলিটেৰীৰ অতিপাত মাৰ খোৱাৰ ফলত তেওঁৰ মগজুৰ বিকৃতি ঘটিব। অৰুণিমাৰ একো হীন ডোঁৰ নহ'ব। তেওঁ মাথোঁ আকৌ সাধবা হৈ থকাৰ সুযোগ এটা হেৰুৱাব। তেওঁ আগৰ দৰেই গাড়ীত উঠি বজাৰ-টজাৰ কৰি ফুৰিব।

মই ইমানপৰে মনে মনে কল্পনা বাইদেউৰ গল্পটো শুনি আছিলোঁ। ইমান ধুনীয়াকৈ সাজি লৈ অহা গল্পটোৰ এনেকুৱা দুখ লগা জোৰাতাপলি মৰা অন্তটো শুনি মই বেজাৰ মনেৰে সুধিলোঁ—বাইদেউ, এইটো তুমি মোৰ উপন্যাসৰ প্লট দিছা নে অসমীয়া চিনেমাৰ সাধুকথা শুনাইছা? এনেকুৱা গাজাখুৰী গল্প এটা লেখিলে চোন সমালোচকবোৰে, মোৰ সাহিত্যিক বুলিবলৈ যিকণ প্ৰতিভা বাকী ৰৈছিলগৈ তাৰো শ্ৰাদ্ধ কৰি পেলাব?

কল্পনা বাইদেৱে খঙেৰে ক'লে—যাঃ যাঃ মোৰ গল্পক দোষ দিবলৈ আহিছ? লাজ নেপাৱ? তিনি দিনত উপন্যাস লেখিবলৈ গাত লৈ আহিবি—তাৰ ওপৰত আকৌ মই ডেৰঘণ্টাৰ ভিতৰতে ভাৱিগুণি তাক প্লট ঠিক কৰি দিব লাগিব—তাৰে সি উপন্যাস লেখি খোচনাম উপাৰ্জন কৰিবগৈ—তাতো তাক হেমিংৱেৰ উপন্যাসৰ প্লট লাগে। যাঃ যাঃ—মোৰ ওচৰৰ পৰা গুচ্। এনেকৈ খৰধৰ কৰিলে ইয়াতকৈ ভাল গল্প গাঁথিব নোৱাৰি। তোৰ সম্পাদকক কৈ দেগৈ, যাঃ।

বাইদেউৰ খং উঠা দেখি মই অলপ প্ৰসংগটো পাতল কৰিবলৈ অকণমান ভাবি চিন্তি কলোঁ—অৱশ্যে গল্পটোক এক ধৰণে উদ্ধাৰ কৰিব পাৰি। যদি ধৰা, শেষত মই এনেকৈ কৈ দিওঁ, বিৰাট এটা

বস্তুতো দি, যে আমাৰ দেশৰ সামাজিক আৰ্থিক অৱস্থাই কিচনাৰ ঘৈণীয়েক তাবাহঁতক শেষ পৰ্যন্ত সদায় ফুটপাথৰ বাসিন্দা হ'বলৈ বাধ্য কৰিব। পাগলী হৈ যাবলৈ বাধ্য কৰিব। মই ৰাস্তাত দেখা সেই পাগলীজনীৰ দৰেই।

অথবা ৰুবীকো এতিয়া, আজাদৰ প্ৰত্যাবৰ্তনৰ আশা নেদেখি উপাৰ্জনৰ বাবে সহজ পন্থা লৈ ৰাজপথলৈ ওলাই আহিবলৈ বাধ্য কৰাব এই কুটিল অৰ্থ ব্যৱস্থাটোৱেই—মই ৰাস্তাত দেখা সেই প্ৰেমিকা নে বেশ্যাজনীৰ দৰেই।

পৰিবৰ্তন নহ'ব মাথো অৰুণিমাহঁতৰ দৰে উচ্চবিত্ত সকলৰ। এওঁলোকে সদায় আমোদ-প্ৰমোদৰ প্ৰাচুৰ্যৰ মাজত নিজকে উটুৱাই ফুৰাব পাৰিব। আনকি দৰিদ্ৰ শোষিত জনৰ উন্নতিৰ হকে এটা দুটা এলুমিনিয়ামৰ পইচাও ছটিয়াই যাব পাৰিব বাটে ঘাটে। মই ৰাস্তাত দেখা সেই অভিজাত মহিলা গৰাকীৰ দৰেই। এনেকুৱাই কুটিল এনেকুৱাই জটিল আৰু এনেকুৱাই অমোঘ আমাৰ দেশৰ অধঃপতিত আৰ্থ সামাজিক ব্যৱস্থা। ইয়াক কোনে ভাঙিবলৈ আগবাঢ়ি আহিব? আজাদহঁতে পাৰিবনে?

মই কল্পনা বাইদেউক কলোঁ—বুইছা বাইদেউ এনেকুৱা ইমোচন দি দিম নহয়…শেষৰ পেৰাগ্ৰাফ কেইটাত যে পাঠকে সমালোচকে বাঃ বাঃ দি উঠিব মোৰ সমাজ চেতনাৰ পৰ্যবেক্ষণ দেখি। চাবাচোন এইবাৰ বিহুত এইখন উপন্যাস একদম হিট্ হৈ যাব তোমাৰ আশীৰ্বাদত।

॥ সাত ॥

## এটা মধুৰ সমাপ্তিৰ গল্প

উপন্যাসখন লেখি উঠি মোৰ প্ৰথম পাঠিকা, প্ৰথম সমালোচক আৰু মোৰ চেণ্ডৰ বোৰ্ড অৰ্থাৎ মোৰ শ্ৰীমতীক পঢ়িবলৈ দিলোঁ। শ্ৰীমতীয়ে পঢ়ি উঠি কলে—ঠিকেই আছে। উপন্যাসখন পঢ়ি থাকিব পাৰি। পিছে শেষখিনিত হে ৰাইজে বৰ ভাল নেপাব নেকি?

মই সুধিলোঁ—কেলেই?

—উপন্যাসখন তুমি ছপাবলৈ দিবা ক'ত? এখন বহাগ বিহু সংখ্যা আলোচনীত। নহয় জানো?

মই ক'লোঁ—অ'। ঠিকেই ধৰিছা।

—তেন্তে এই বহাগ বিহুৰ দিনত মানুহে ট্ৰেজিক গল্প পঢ়ি কেলেই ভাল পাব? উপন্যাসখনৰ এটা মধুৰ সমাপ্তি ঘটিলেহে ভাল আছিল।

কথাটো মোৰো মনে ধৰিলে। মই আকৌ এবাৰ কল্পনা বাইদেউৰ কাষ পালোঁগৈ। কল্পনা বাইদেৱে মোৰ শ্ৰীমতীৰ আব্দাৰটো মন দি শুনিলে আৰু অলপ পৰ তভক মাৰি ৰ'ল। তাৰ পিছত মোৰ পিনে চাই ক'লে—হৈ যাব। মধৰ সমাপ্তিও হৈ যাব।

—কেনেকৈ?

—কেনেকৈ হ'ব শুন। ৰুবীৰ দেউতাকৰ কেম্পতে মৃত্যু হ'ব। কিন্তু তাৰ কিছুদিন পিছতে আলফাৰ সৈতে চৰকাৰৰ আলোচনা আৰম্ভ হ'ব। আলোচনাৰ অন্তত এখন চুক্তি স্বাক্ষৰিত হ'ব, তাৰ পিছত আলফাৰ সমৰ্থন থকা এখন চৰকাৰ গঠিত হ'ব। আজাদ সেই চৰকাৰখনৰ এটা মন্ত্ৰী হ'ব। সি মন্ত্ৰী হোৱাৰ কিছুদিনৰ পিছত ৰুবীক বিয়া কৰাব। সিহঁতৰ সংসাৰ তৎক্ষণাৎ ধনসোণেৰে উভৈনদী হৈ পৰিব। ৰুবীৰ দেউতাকক ছহিদ উপাধি দিয়া হ'ব। তেওঁৰ আবক্ষ মূৰ্তি এটা চুবুৰীত অনাৱৰণ কৰিব ৰুবীৰ মাকে।

—এইবোৰ চোন প'চাশী চনৰ অসম চুক্তি তাৰ পিছত অ গ প চৰকাৰ গঠন, তাৰ পিছত প্ৰফুল্ল ভৃগু মন্ত্ৰী হোৱা, এইবোৰৰ নিচিনা কথা কৈছা? অ গ প আৰু আলফাৰ কাৰবাৰবোৰ অলপ বেলেগতো! কথাটো বিশ্বাসযোগ্য হ'ব লাগিব তো?

—হ'লেও কি হ'ব। দুয়োটাই অসমীয়া দল হয় নে নহয়। অসমীয়াৰ সুবিধাবাদীৰ চৰিত্ৰটো ইমান সহজে সলনি হ'বনে? তদুপৰি ইংৰাজী ভাষাত এটা কথা আছে—হিষ্ট্ৰি ৰিপিটচ্ ইটচেল্ফ্। তই নেজান নেকি?

—তথাপি ইমান কনফিডেণ্টলি তুমি কেনেকৈ কৈ দিয়া, যে আলফায়ো অগপৰ দৰেই কাম কৰিব—চুক্তিও চাইন কৰিব—গভৰ্ণমেণ্ট বনাব?

—নবনালেও একো লোকচান নাই। তই এইখন নোভেলহে লিখিব বহিছ? তই কিবা ভৱিষ্যতবাণী কৰাৰ ঠিকা লৈছ নে কি? যে তোৰ কথাবোৰ নিমিলিলে তোক ফাঁচীকাঠত ওলোমোৱা হ'ব?

মই অলপ সন্দিগ্ধ কণ্ঠেৰে সুধিলোঁ—আচ্ছা, আচ্ছা, ঠিক আছে বাৰু, তাৰ পিছত কি হ'ব কোৱা!

—তাৰ পিছত চলিহাকো আমিয়ে মাৰি পিটি আধা পগলা কৰি এৰি দিম। মাকে ইপিনে সুস্থ হৈ উঠি এই আধাপাগলাটোক আন কোনেনো বিয়া কৰাব এই বুলি অৰুণিমাৰ সৈতেই তাৰ বিয়া পাতি দিব। অৰুণিমাই তাৰ পিছত সিহঁতৰ সমস্ত ব্যৱসায় নিজৰ হস্তগত কৰি পৰম সুখেৰে দিন অতিবাহিত কৰিব। চৰকাৰে আন্দোলনত আঘাতপ্ৰাপ্ত বুলি চলিহাক এটা স্পেচিয়েল মাহিলী পেঞ্চন দিব।

মই শেষত সুধিলোঁ—আৰু কিচ্না তাৰাহঁতৰ কি হ'ব?

কল্পনা বাইদেৱে দুখেৰে মূৰ জোকাৰি কলে—নাঃ, আৰু নোৱাৰি। কিচ্না চোৰক ছহিদ তহিদ সজাব নোৱাৰি, তৰাকো সুখৰ দিন দেখুৱাব নোৱাৰি। এনেকুৱা সমাজৰ নিকৃষ্টতম প্ৰাণীবোৰৰ ফুটপাথেই গতি। ইহঁতক উদ্ধাৰ কৰাৰ ক্ষমতা এই কল্পনা বায়েৰৰো নাই। ইহঁতৰ কেতিয়াও কোনো মধুৰ সমাপ্তি নাই। নহ'লেও, চোৰ গল্পৰ তিনি ভাগৰ দুভাগ মধুৰ সমাপ্তি হৈ গৈছে দেচোন। মানুহে পঢ়ি ভাল পাব যা।

মই প্ৰসন্ন মনেৰে কল্পনা বাইদেউৰ পৰা বিদায় লৈ উঠি আহিলোঁ বাস্তৱ জগতখনৰ মুখামুখি হ'বলৈ। কল্পনা বাইদেউৰ ঘৰৰ সমুখতো দুটা পুলিছে ঘূৰা ঘূৰি কৰি আছে। এজনে মোৰ পিনে পেন্দোৱাকৈ চালে—মই ভয়ে ভয়ে ভাবিলোঁ, মোক ই আলফা বুলি ভাবিছে নেকি?

———